# শতিকাৰ
# শ্ৰেষ্ঠ প্ৰেমৰ গল্প




সম্পাদনা
উৎপল দত্ত



**Satikar Srestha Premar Galpa**
An anthology of Assamese love Stories of 20th Century,
Edited by **Utpal Datta,**
Published by **Madhumita Hazarika** on behalf of
**Banalata** Guwahati 781001
First Published Nov 2002.
Price Rs. 45.00 Only

**শতিকাৰ শ্ৰেষ্ঠ প্ৰেমৰ গল্প**
বিগত শতিকাৰ নিৰ্বাচিত অসমীয়া প্ৰেমৰ গল্পৰ সংকলন
সম্পাদনা । **উৎপল দত্ত**
প্ৰকাশক । **মধুমিতা হাজৰিকা**
বনলতা, পাণবজাৰ, গুৱাহাটী ৭৮১০০১
মুখ্য কাৰ্যালয় । নতুন বজাৰ, ডিব্ৰুগড়
প্ৰথম প্ৰকাশ । নৱেম্বৰ ২০০২
বেটুপাতত ব্যৱহৃত তৈলচিত্ৰ। **নবেন দাস**
ডিজিটেল ইমেজিং । ৰাজীৱ কৌশিক
মুদ্ৰণ। শৰাইঘাট ফটো টাইপছ, গুৱাহাটী-২১
মূল্য। **পঞ্চলিশ টকা মাত্ৰ**

# পাতনি

প্ৰকাশক বন্ধু অনন্ত হাজৰিকাৰ পৰিকল্পনাতেই এই সংকলনটিৰ জন্ম। অসমীয়া চুটি গল্পৰ বিষয়ে অলপ প্ৰণালীবদ্ধ অধ্যয়ন কৰি থকা কথাটো শ্ৰী হাজৰিকাই গম পাইছিল আৰু এনেকুৱা সংকলন এটি প্ৰস্তুত কৰি দিয়াৰ কথা কৈছিল। আৰু সেই অনুৰোধ ৰক্ষা কৰিয়েই সংকলনটি প্ৰস্তুত কৰি উলিওৱা হ'ল।

এটা কথা নকলেও হ'ব যে গল্পবোৰৰ নিৰ্বাচনৰ ক্ষেত্ৰত সম্পাদকৰ ৰুচিবোধেহে প্ৰথম স্থান লাভ কৰিছে। এই সংকলনটিত সন্নিবিষ্ট কৰা গল্পৰ বাহিৰেও আৰু অলেখ ভাল অসমীয়া গল্প আছে, বিভিন্ন অসুবিধাৰ বাবে সেই গল্পবোৰক এই সংকলনত স্থান দিব পৰা নগ'ল। অসমীয়া প্ৰেমৰ গল্পৰ এইটো তৃতীয় সংকলন; প্ৰথমটো প্ৰকাশ পাইছিল নিৰোদ চৌধুৰীৰ সম্পাদনাত, দ্বিতীয়তো পৰাগ কুমাৰ ভট্টাচাৰ্য আৰু ৰিজু হাজৰিকাৰ সম্পাদনাত। এই সংকলনটি পূৰ্বৰ সংকলন দুটিৰ পৰা পৃথক হ'ব বুলি ভাবিছোঁ।

গল্পৰ গুণগত দিশৰ পৰা বিবেচনা কৰিবলৈ গ'লে কেইবাগৰাকী গল্পকাৰৰ একাধিক গল্প সন্নিবিষ্ট কৰাটো উচিত আছিল। কিন্তু সংকলনবোৰত সাধাৰণতে এজন লেখকৰ এটি ৰচনাকে অন্তৰ্ভূক্ত কৰাৰ পৰম্পৰাকেই এই সংকলনটোৰ ক্ষেত্ৰতো মানি চলিছোঁ।

অসমীয়া গল্প সাহিত্যৰ স্বৰ্ণ যুগ বুলিলে ৰামধেনু যুগকেই বুজা যায়। সেই কালতে আটাইতকৈ সুন্দৰ প্ৰেমৰ গল্পবোৰ ৰচিত হৈছিল। পৰবৰ্তী কালত প্ৰেম বিষয়ক যি কেইটা ভাল গল্প ৰচিত হৈছে তাৰ অধিকাংশ গল্পকাৰ ৰামধেনু যুগৰেই। স্বাধীনতাৰ পিচৰ মুকলি সামাজিক পৰিবেশ, নতুন পৃথিবীৰ সপোন, শিক্ষাৰ প্ৰসাৰ এইবোৰ উপাদানে গল্পকাৰ সকলক নতুন নতুন সৃষ্টিৰ বাবে যে অনুপ্ৰাণিত কৰিছিল তাত সন্দেহ নাই। এই কথাও ঠিক যে শিল্প সৃষ্টিৰ ক্ষেত্ৰত কোনো কথাকেই সাধাৰণীকৰণ কৰি দিব নোৱাৰি।

ৰামধনুৰ পিচৰ দিনবোৰত স্বাভাৱিক ভাবেই অসমীয়া গল্পৰ প্ৰকাশ ভংগী আৰু বিষয়বস্তুৰ পৰিবৰ্তন ঘটিল। গল্পবোৰৰ মাজত যুগৰ অনিশ্চয়তা, হতাশা, স্বপ্নভংগৰ বেদনা, সমাজ পৰিবৰ্তনৰ আকাংক্ষা আদি কথা বেচিকৈ প্ৰতিফলিত হ'বলৈ ধৰিলে। সেই সময়ত আত্ম প্ৰকাশ কৰা অধিকাংশ গল্পকাৰৰ ৰচনাত এই পৰিবৰ্তিত

সমাজৰ ছবিয়েই প্ৰকাশ পাবলৈ ধৰিলে। এয়া গল্পকাৰ সকলৰ ব্যক্তিগত ৰুচিবোধৰ কথা, কিয় এই পৰিবৰ্তন হ'ল সেই আলোচনাৰ প্ৰয়োজনো এই সংকলনৰ পাতনিৰ বাবে অপ্ৰয়োজনীয়। কিন্তু দেখা গ'ল যে এই কালচোৱাত প্ৰেমৰ ভাল গল্প ৰচিত নহ'ল। হয়তো প্ৰেম প্ৰসংগত গল্পকাৰ সকলৰ ধাৰণাৰ পৰিবৰ্তনেই ইয়াৰ কাৰণ। যোৱা শতিকাৰ শেষৰ প্ৰায় দুটা দশক অসমৰ মানুহে হিংসা - অশান্তি - অবিশ্বাসৰ মাজেৰে অতিবাহিত কৰিছিল। এই পৰিবেশৰ অন্ত বিচৰা সকলৰ বাবে যোৱা শতিকাটোৰ শেষৰ ফালে জীৱন সুন্দৰ কৰাৰ প্ৰতিশ্ৰুতি বহন কৰা প্ৰেমৰ গল্প পুনৰ উভতি আহিছে।

সংকলনটিত দ্বিধাহীন ভাবে গল্প অন্তৰ্ভুক্ত কৰিবলৈ অনুমতি দি গল্পকাৰ সকলে আমাৰ প্ৰতি দেখুওৱা মৰমক আমি কোনোদিনেই পাহৰিব নোৱাৰিম। যিসকল লেখকৰ ৰচনাৰ মাজেৰেই আমি সাহিত্য জগতৰ লগত চিনাকি হৈছিলোঁ সেই লেখক সকলৰ লেখনিৰ সংকলন এটি প্ৰস্তুত কৰিবলৈ পাই নিজকে ধন্য মানিছোঁ। শ্ৰীযুত কেশৱ মহন্ত আৰু শ্ৰী শান্তনু -প্ৰীতিমা কৌশিক বৰুৱাৰ ব্যক্তিগত পুথিভড়াল দুটিয়েও মোক ভালেখিনি সহায় কৰিছে। গল্প সংগ্ৰহৰ ক্ষেত্ৰত সহায় কৰি দিছে উৎপলা বৰুৱা আৰু [illegible]ঞ্জন শৰ্মাই। নিজৰ তৈলচিত্ৰ বেটুপাতত ব্যৱহাৰৰ অনুমতি দিছে নৰেন দাসে। জনপ্ৰিয় আলোচনী প্ৰান্তিকৰ পৰা সেই তৈলচিত্ৰৰ ফটো দি প্ৰকাশন প্ৰতিষ্ঠানটিয়ে আমাক সহায় কৰিছে। বেটুপাত প্ৰস্তুতিৰ কামত সহায় কৰিছে মনোৰঞ্জন শৰ্মাই। মুদ্ৰাংকণৰ কামখিনি মনোযোগেৰে কৰি দিছে পংকজ চৌধুৰী আৰু শিবু মল্লিকে। ঘৰুৱা সকলো কামৰ মাজতো মোক নানা ধৰণে সহায় কৰি দি আহিছে পত্নী নম্ৰতাই।

এই সকলোৰে প্ৰতি মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

শেষত সুশীল পাঠকৰ মতামত জনাৰ অপেক্ষাৰে-

উৎপল দত্ত

আকাশবাণী, উইলিয়াম নগৰ, মেঘালয়

# সূচীপত্ৰ

# ভবেন্দ্ৰনাথ শইকীয়া

## দেহৰক্ষী

প্ৰেয়সীৰ ঘৰলৈ পোনে-পোনে যোৱাৰ উপায় নাই ; ইচ্ছা আছে, ভয় আছে, সংশয় আছে, প্ৰেয়সীৰ প্ৰায় গুণ্ডাহেন দুটা ককায়েক আছে, সুদীৰ্ঘ দিন ধৰি চোৰাং কানি আৰু ভাং উদ্ধাৰ কৰি পেঞ্চন পাওঁ-পাওঁ কৰি থকা শকত, গুঁফীয়া দেউতাকটো আছে, এনে অৱস্থাত প্ৰেয়সীৰ ঘৰৰ কেইবাখনো খিৰিকি দেখি থকা ঠাইত এখন পাণ-তামোলৰ দোকান হ'লে, বিশেষকৈ দোকানৰ মালিক পাঠশালা স্কুলত একেলগে পঢ়া বন্ধু হ'লে যি সুবিধা হয়, বহু ৰঙে ৰঞ্জিত এই বিচিত্ৰ অঞ্চলত ৰাফেল বুঢ়াৰ বাদামৰ দোকানখন থকাত মোৰ সেই সুবিধাটো হ'ল।

এই অঞ্চলটোৰ কথা বহু দিনৰেপৰা শুনি আছোঁ। যিদিনা প্ৰথম শুনিছিলো, সেই দিনাৰেপৰা এই অঞ্চলটোলৈ এবাৰ অহাৰ কথা ভাবি আছিলোঁ ; কিন্তু নতুন চহৰখনত অলপ 'ওস্তাদ' হৈ নোলোৱালৈকে কামটো স্থগিত ৰাখিছিলো। ঠিকতো নাই! এই অঞ্চলত মানুহৰ মতি-গতি চিজিল লাগি নাথাকে ; হঠাতে যেনিবা মেকিনট'ছ পিন্ধা, সমুখৰ ফালে বাৰাণ্ডা থকা টুপী পিন্ধা, শকত-আৱত মানুহ এটাই মোক আগভেটি ধৰিলে,— "বেটা ক'লীয়া, তই ইয়াত কিয়? দে, এক পাউণ্ড পইচা দে। ভালে-ভালে দিয় যদি দে, নহ'লে,—" তেনেহ'লেতো বৰ বিপদৰ কথা হ'ব! গতিকে কিছুদিন যাবলৈ দিছিলোঁ। এতিয়া অন্ততঃ— "এক পাউণ্ড? এটা পাউণ্ডেৰেনো আপুনি কিডাল কৰিব ইয়'ৰ অনাৰ?"— বুলি তাৰ লগত কথা আৰম্ভ কৰিব পাৰিম, আৰু দুই মিনিটমান কথা-বতৰা চলাই ৰখাৰ পাছত নিশ্চয় পুলিচ এটা মোৰ চকুত পৰিবই। বেছি নহ'লেও, এই দুই মিনিটৰ ভিতৰত কোনফালে দৌৰ মাৰিলে সুবিধা হ'ব, সেইটোতো মই ঠিক কৰিব পাৰিম!

মুঠৰ ওপৰত, যি কালছোৱাত চাহাবহঁতে মুখৰ ভিতৰতে কি কয় বুজিব নোৱাৰি 'আই বে'গ ইয়'ৰ পাৰ্ডন' বুলি উৎকৰ্ণ আৰু সন্ত্ৰস্ত হৈ থাকোঁ, অলেখ বগা ছালৰ মানুহৰ মাজত আমাৰ ছালৰ ৰঙৰ মানুহ এজন দেখিলেই সকাহ পাওঁ, মই থকা ঘৰটোৰ বেলকনিৰপৰা তলৰ পৃথিৱীখনলৈ অবাক বিস্ময়েৰে চাই থাকোঁ আৰু কেতিয়াবা ক'ব

নোৱৰাতে মোৰ মুখখন মেল খাই যায়, সেই কালছোৱা পাৰ কৰি দি, তাৰ পাছতো বহু দিন ধৰি বহু ধৰণৰ আও-ভাও, কায়দা-কিটিপ ৰপ্ত কৰাৰ চেষ্টা কৰি, শেষত আজি— জেপত অহা-যোৱাৰ ভাড়াতকৈ মাত্ৰ দুই ছিলিংমান পইচা বেছিকৈ লৈ, হাতঘড়িটো ঘৰতে খুলি থৈ— এই অঞ্চলটোলৈ আহিছোঁ আৰু আহি ইফালে-সিফালে চকু ঘূৰোৱাৰ লগে-লগে মোৰ মুখ আকৌ মেল খাই গৈছে।

চাৰিওকাষৰ ঘৰবোৰৰ ফাৰ্ষ্ট ফ্ল'ৰৰ বেলকনি কিছুমান অতি উজ্জ্বল আলোকেৰে উদ্ভাসিত হৈ আছে। কিছুমান তিৰোতা মানুহ চাবলৈ মই ইয়ালৈ আহিছিলো। আহোঁতে সিহঁতক ক'ত, কি অৱস্থাত দেখিম মোৰ সন্মুখত যেনিবা দুজনী মই চাব খোজা মানুহ থিয় হৈ আছে— কিন্তু সিহঁত দুজনীয়েই যে মই চাব খোজা মানুহ— সেইটো কেনেকৈ বুজিম ; ইত্যাদি নানা ধৰণৰ কথা চিন্তা কৰি আহিছিলো ; কিন্তু ইয়াত সিহঁতক এনেকৈ দেখিম বুলি মই কল্পনাও কৰা নাছিলো। বেলকনিবোৰৰ অতি উজ্জ্বল পোহৰত তিৰোতাবোৰে গা ধুইছিল। পানীৰে সঁচা-সঁচিকৈ গা ধুলে সিহঁতে কি কৰিলেহেঁতেন ক'ব নোৱাৰোঁ ; কিন্তু এতিয়া সিহঁতে বিভিন্ন ভংগীৰে প্ৰায় উদং দেহাবোৰৰ প্ৰতি বিন্দুতে পোহৰ পৰাৰ ব্যৱস্থা কৰি আছে। জিৰজিৰকৈ পানী পৰি থকা শ্বাৱাৰৰ তলত ঘৰ্মাক্ত দেহটো সোনকালে তিয়াবলৈ এটা মানুহে যি কৰিলেহেঁতেন ; সিহঁতৰ দুজনীমানে তাকে কৰিছিল ; একে ঠাইতে থিয় হৈ বিচিত্ৰ গতিৰে লাহে-লাহে ঘূৰিছিল। কিছুমানে যেন গা ধুই উঠি বেলকনিৰ ৰেলিঙত বহি, ভৰ দি গা শুকুৱাইছিল ; গা মচিবলৈ সিহঁতৰ এটুকুৰাও অতিৰিক্তি কাপোৰ নাছিল ; তলৰ ৰাস্তাৰ মানুহবোৰৰ দেহ-মনৰ উত্তাপেই সিহঁতৰ গা শুকোৱাৰ কাৰণে যথাসৰ্বস্ব আছিল। মাজে-মাজে বেলকনিবোৰৰ পোহৰৰ ৰং সাগৰৰ ৰঙলৈ পৰিবৰ্তিত হৈছিল আৰু সেই সময়তে, সিহঁতৰ হাঁহি, দৃষ্টি আৰু দেহাৰ স্পন্দনে সৃষ্টি কৰা এক উত্তাল তৰংগই তলৰ ৰাস্তাৰ মানুহবোৰক টৌৱাই পেলাইছিল।

আচম্বিতে এটা টৌৱে কোবাই যোৱাৰ পাছ মুহূৰ্ততে মানুহে যেনেকৈ মুখ মেলি মূৰটো ইফাল-সিফাল কৰে ময়ো তেনেকৈ কৰিলো, আৰু ঠিক সেই মুহূৰ্ততে মোৰ চকুত পৰিল বাদাম বেচি থকা বুঢ়াটো। মই আৰু সকাহ পালো বুঢ়াৰ গাৰ ৰংটো দেখি। ৰংটো আমাৰ গাৰ নিচিনা। কোটৰ জেপত হাত ভৰাই, ফুটপাথত থৰ হৈ থিয় দি থাকি বেলকনিবোৰলৈ চাই থকাটো অস্বস্তিকৰ কথা। কিবা এটা কাম কৰি থাকিলে ভাল হয়। গতিকে মই বুঢ়াৰ ওচৰ চাপি গ'লো। চকা লগোৱা দোকানখনৰ চৌকাৰ ওপৰত থকা বাদামবোৰৰ তদাৰক কৰি কৰি বুঢ়াই মাজে মাজে এটা আচৰিত ধৰণৰ, কৰ্কশ, চেপা মৰা মাতেৰে গ্ৰাহকক নিমন্ত্ৰণ জনাই আছিল।

মই ছয় পেনিৰ বাদাম কিনিলোঁ। বুঢ়াৰ ওচৰৰপৰা বেছি আঁতৰি নগৈ, যেন তেওঁ

মোৰ চিনাকি মানুহ, এনেকুৱা ভাব দেখুৱাই মই বাঁও জেপৰপৰা উলিওৱা বাদাম খাই সোঁ জেপত বাকলিবোৰ গোটাই গ'লো। য'তে-ত'তে নিৰ্দেশ দিয়া আছে— দেশখন পৰিষ্কাৰ-পৰিচ্ছন্ন কৰি ৰাখিব লাগে। কিন্তু মইতো এই মুহূৰ্তত বাদামৰ বাকলি পেলাবলৈ আৱৰ্জনাৰ বাকচ বিচাৰি যাব নোৱাৰোঁ।

ছয় পেনিৰ বাদাম শেষ হওঁতে নহওঁতেই মোৰ এই অঞ্চলটো চোৱা হৈ গ'ল। কোনোখন দুৱাৰ, কোনোটো ঠেক ৰাস্তাইদি দুই-এজনকৈ মানুহ সোমাইছে, দুই-এজনকৈ ওলাইছে। কোনোবা এখন মটৰৰ ইঞ্জিনে মৃদু-মধুৰ শব্দেৰে অঞ্চলটোক শুভ-ৰাত্ৰি জনাইছে, কোনোবা মটৰ চাইকেলৰ তীক্ষ্ণ শব্দই যেন বেদনাৰ আৰ্তনাদৰ ৰূপ লৈছে। বেলকনিবোৰৰ একোজনী তিৰোতা কোনোবা মুহূৰ্তত অদৃশ্য হৈছে, তাইৰ ঠাইত অইন এজনীয়ে মিচিক-মিচিককৈ হাঁহিবলৈ লৈছে। সেয়াই আৰু— আৰুনো মই কি চাম!

ছয় পেনিৰ বাদামেৰেই মই অঞ্চলটোৰ লগত সম্পৰ্ক শেষ কৰিলোহেঁতেন, কিন্তু সেই ছয় পেনি বাদামেই মোক পাছলৈ কেইবাদিনো সেই অঞ্চলটোলৈ টানি আনিলে। মোক মস্কিলত পেলালে বাদামৱালা বুঢ়াই। বাদামখিনি শেষ হওঁ-হওঁ হওঁতে মই বুঢ়াৰ লগত কথা আৰম্ভ কৰিছিলো। বুঢ়া ভাৰতীয়ই হয়। বাইছ বছৰ লণ্ডনত আছে। তাৰ ভিতৰত পোন্ধৰ বছৰ এই বাদামৰ ব্যৱসায় কৰিছে। ইয়াতেইনে? ইয়াতেই। ঠিক এইডোখৰ ঠাইতে তেওঁ পোন্ধৰ বছৰ বাদাম বেচিছে।

"তেনেহ'লে তুমি চাগৈ বহু কথা জানা, বহু ঘটনা দেখিছা। কোৱাচোন বাৰু আমাৰ ভাৰতীয় মানুহ এই অঞ্চললৈ আহেনে?"

"আহে আহে, প্ৰচুৰ পৰিমাণে আহে। আহি এইখিনিতে দুৰ্ঘূৰকৈ ঘূৰি ফুৰে। হাঁকৈ মুখ মেলি সৌ সিহঁতৰ ফালে চায় আৰু তাৰ পাছত মোৰপৰা বাদাম কিনে।" বুঢ়াই ইংৰাজী ভাষাটো মোতকৈ বহুগুণ স্বচ্ছন্দতাৰে কয়, কিন্তু বৰ আমোদজনক আৰু মই আশা নকৰা শব্দ কিছুমান ব্যৱহাৰ কৰে।

মই সুধিলোঁ, "সিহঁত ভিতৰলৈ যায়নে নাযায়?"

"ভিতৰলৈ? মানে ভাৰতীয়হঁত সৌ সিহঁতৰ ওচৰলৈ যায়নে নাযায় সেইটো সুধিছা? যায় কেনেকৈ? সিহঁতৰ ওচৰলৈ যাবলৈতো কলিজাত জোৰ লাগে! সেইটো জোৰ ভাৰতীয়হঁতৰ আছে? বাৰু তুমিয়েই কোৱাচোন, সেই দুৱাৰবিলাকৰ এখনেদি সোমাই যাবলৈ তোমাৰ মন গৈছেনে নাই?"

"কিয় নাই যোৱা! নিশ্চয় গৈছে।" মই জোৰ দি ক'লো।

"তেনেহ'লে তুমি সোমাই যোৱা নাই কিয়?"

"মই যোৱা নাই— তাৰ কাৰণ হ'ল, তালৈ গ'লে মোৰ কেইটামান অসুবিধা আৰু অপকাৰ হ'ব। বৰ্তমানে মোৰ সেইখিনি অসুবিধা আৰু অপকাৰৰ সম্মুখীন হোৱাৰ সময় আৰু সম্বল নাই।"

"সেয়াই। সেয়াই তোমালোকৰ উত্তৰ। তোমাৰ অকণমান বুদ্ধি আছে কাৰণে হ'বলা— কথাটো তুমি ঘূৰাই-পকাই কৈছা। কিন্তু তোমালোকৰ উত্তৰৰ ঢং একেটাই। একোজন আহিব— এইখিনিতে থিয় হৈ সিহঁতৰ কেইজনীমানক যেন চকুৰেই গিলি পেলাওঁ-পেলাওঁ কৰিব ; সুধিলে আকৌ ক'ব— "ছি ছি ছি, তুমি কি ঘৃণনীয় কথা কৈছা! মানুহৰ কাৰণে এইটো এটা চূড়ান্ত নৈতিক অধঃপতন"—

বুঢ়াই খেক-খেকৰ নিচিনা মাত্ৰ দুটা অদ্ভুত শব্দ কৰিলে। বুঢ়াৰ মুখৰ ফালে চাইহে মই ধৰিব পাৰিলো— সেয়া বুঢ়াই হাঁহিলে।

তাৰ পাছতে তেওঁ আকৌ আৰম্ভ কৰিলে— "একোজন আহিব— তেওঁক বোলে আহিবৰ সময়ত মাকে শপত দি পঠিয়াইছে— বাছা মোৰ— যাবি কিন্তু— বহুত আশাৰে তোক—"

বুঢ়াই আকৌ খেক-খেক শব্দ দুটা উলিয়ালে।

"আকৌ কিছুমান আহে— সিহঁতে হেনো কিতাপ লিখে ; —সিহঁতৰ হেনো অইন কোনো উদ্দেশ্য নাই, সিহঁত আহে তিৰোতাবিলাকৰ জীৱনৰ ৰহস্য জানিবলৈ।" এইবাৰ বুঢ়াৰ অলপ খং উঠা যেন পালোঁ। তেওঁ ক'লে, "সকলো মানুহৰ ভিতৰত, মই ঠিক কৰিলো, ইহঁতেই আটাইতকৈ বদমাচ। জীৱনৰ ৰহস্য জানিবলৈ দুনিয়াত যেন এই কেইজনীৰ বাহিৰে মানুহেই নাই!"

এনে সময়তে গ্ৰাহক এজন আহিল। বুঢ়াই তেওঁক বাদাম বেচিলে, তাৰ পাছত এটা বেলেগ সুৰত তেওঁ ক'লে, "পিছে এটা কথা, মানুহবোৰ যে বাহিৰে-বাহিৰে চায়েই গুচি যায়, কথাটো মই ভালেই পাওঁ। সিহঁতে বুদ্ধিমানৰ কামেই কৰে।"

"কি? তুমি দেখোন আকৌ উল্টা-পাল্টা কথা ক'বলৈ আৰম্ভ কৰিলা! মই ভাবিছিলো, তোমাৰ পৰা কেইটামান প্ৰয়োজনীয় খবৰ লম আৰু পাছত সুবিধা আৰু সম্বল গোট খালে এদিন—"

"নাই নাই, মই একো উল্টা-পাল্টা কথা কোৱা নাই। মই কৈছোঁ— আমাৰ মানুহবিলাকে মোৰ আগত বৰ চয়তানী কৰি বক্তৃতা দিয়ে। সেইবোৰ শুনি-শুনি মই বৰ বিৰক্ত হৈছোঁ। আচলতে সৌ তিৰোতাবোৰৰ ওচৰলৈ আমাৰ মানুহবোৰ নোযোৱাটোকে মই বিচাৰোঁ। এইটো বেয়া খেলা। কেতিয়াবা এইটো খেল বৰ সৰ্বনাশী হ'ব পাৰে।" পাছৰ কথাকেইষাৰ বুঢ়াই গভীৰ উপলব্ধিৰ সুৰেৰে কোৱা যেন লাগিল।

মই সুধিলোঁ,— "মানে?"

বুঢ়াই হঠাতে কণ্ঠস্বৰ ডাঙৰ কৰিলে। ক'লে, "মানে বহুত, ইয়ং মেন। তুমি থাকা ক'ত? কি কৰা?"

মোৰ চিনাকি দি, বুঢ়াৰ চিনাকি লৈ সেইদিনা মই গুচি আহিলো।

বুঢ়াৰ নাম ৰাফেল। মধ্য ভাৰতৰ এখন গাঁৱত বুঢ়াৰ জন্ম হৈছিল প্ৰায় পচপন্ন

বছৰৰ আগতে। বংগ দেশৰ কোনো এক খাৰ-বাৰুদ অস্ত্ৰ-শস্ত্ৰৰ কাৰখানাত তেওঁৰ বাপেকে বনুৱাৰ কাম কৰিছিল। ৰাফেলে সৰু কালত বাপেকৰ লগে-লগে কাৰখানাৰ ঘৰ সজা কামত ইটা কঢ়িয়াইছিল। পাছত তেওঁ সেই কাৰখানাৰ ইংৰাজ মুখ্য বিষয়া জন হাৰ্ভেৰ ৰান্ধনি শালত চাকৰি পাইছিল। শেষলৈ তেওঁ হাৰ্ভে পৰিয়ালৰ পৰম বিশ্বাসী আৰু নিৰ্ভৰযোগ্য লগুৱা হৈ পৰিছিল। ৰাফেলৰ তেত্ৰিছ বছৰ বয়সত হাৰ্ভে চাহাব নিজ দেশলৈ উভতি আহিল। ৰাফেলক এৰি থৈ অহাৰ কথা হাৰ্ভে দম্পতিয়ে ভাবিবই নোৱাৰিলে। ৰাফেলো ইংলেণ্ডগামী জাহাজত উঠিল। কিন্তু ইংলণ্ডত ভৰি দিয়াৰ মাত্ৰ এমাহৰ পাছতে হাৰ্ভে চাহাবৰ মৃত্যু হ'ল। তেওঁৰ একমাত্ৰ পুতেকটোৱে তিনিবাৰ বিয়া কৰাইছিল। লগত থকা এগৰাকী আৰু পৰিত্যক্তা দুগৰাকী, মুঠতে তিনিগৰাকী তিৰোতাই মানুহটোৰ জীৱন ওলট-পালট কৰি পেলাইছিল। ৰাফেলে বিলাতত ভৰি দিয়াৰ এবছৰমানৰ পাছত সেই তিনিগৰাকী তিৰোতাই আদালতৰ সহায়ত হাৰ্ভে পৰিয়ালৰ ঘৰ-সম্পত্তি এনেদৰে থানবান কৰি পেলালে যে সেই পৰিয়ালৰ মাজত বৰ্তিবলৈ ৰাফেলৰ কাৰণে তিলমানো ঠাই বাকী নাথাকিল। এটা সৰু টিলাত এটা সৰু বাংলো— তাত হাৰ্ভে দম্পতি থাকিব, ৰাফেলে বংগ দেশত চলোৱাৰ নিচিনাকৈ ঘৰ চলাব, হাৰ্ভে দম্পতিৰ এই সপোনক অভিশাপ দি এদিন ৰাফেল লণ্ডনৰ বাটত থিয় হ'ল। কি কৰা যায় এতিয়া?

দোকান সামৰাৰ পাছত নিশা প্ৰায় দহ বজাত, ৰাফেলক লৈ মই এখন কফিৰ দোকানত সোমাইছিলো। কথা-বতৰা পাতিবৰ কাৰণে মই ৰাফেলক মোৰ কোঠালিটোলৈ নিমন্ত্ৰণ জনাইছিলো ; তেওঁ আহিবলৈ সন্মত নহ'ল। ভাল অঞ্চলত থকা ভাৰতীয়ৰ ঘৰলৈ আহিবলৈ আজিকালি হেনো তেওঁৰ মন নাযায়। তেওঁ য'ত থাকে ময়ে তালৈ যোৱাৰ প্ৰস্তাৱ দিছিলো, ৰাফেলে লগে-লগে আপত্তি কৰিলে,— "নালাগে নালাগে, মই য'ত থাকোঁ তালৈ মানুহ যায়নেকি? মই থাকোঁ এটা পাঁচ মহলীয়া ঘৰৰ এটিকত ; মোৰ কোঠালিটোলৈ যাবলৈ চিৰিয়েই নাই, এটা ভাগো ভাগো হোৱা লোহাৰ জখলা আছে, তুমি সেইটোত বগাব নোৱাৰিবা।"

কিন্তু কি কাৰণে ক'ব নোৱাৰোঁ, মই মানুহটোক সহজে এৰি দিব খোজা নাছিলো। মানুহটোৱে মোক আকৰ্ষণ কৰিছিল। গতিকে ঠিক কৰিছিলো, মই কেতিয়াবা পলমকৈ আহিম, ৰাফেলে দোকান বন্ধ কৰিব, তাৰ পাছত আমি ওচৰৰ এখন কফিৰ দোকানত বহি কথা পাতিম।

এঢোক কফি গিলি সুধিলো,— "তুমি কোনো চাকৰিৰ চেষ্টা কৰা নাছিলা?"

"চাকৰিৰ চেষ্টা কিয়, মই চাকৰিকে কৰিছিলো। ভাৰতীয় ৰেস্তোঁৰাত। কিন্তু সহ্য নহ'ল। ভাৰতত ইংৰাজৰ তদাৰক কৰা এক কথা, আৰু ইংলেণ্ডত ভাৰতীয়ৰ তদাৰক

কৰা বেলেগ কথা। বেটাহঁত ইমান চোট? তুমি জানা, ৰেস্তোঁৰাৰ মালিকে মোক মানুহে খাই এৰাখিনিৰ বাহিৰে অইন একো খাবলৈ নিদিছিল? কিন্তু হাৰ্ভে চাহাবৰ চিকেন ৰ'ষ্ট খাবলৈ মন গ'লে মোক সদায় তিনিটা চিকেন আনিবলৈ দিছিল,— মানে মোৰ কাৰণে বেলেগ এটা। চোট মেজাজৰ মানুহ মোৰ একেবাৰে সহ্য নহয় বুজিছা? এক লাথ মাৰি দিলো সিহঁতৰ চাকৰিক।"

আকৌ কেইদিনমান বাটে-বাটে ঘূৰাৰ পাছত এক বাৰাংগনাৰ দালালে ৰাফেলক এটা চাকৰি দিব খুজিছিল। ধনী ভাৰতীয়বোৰক লণ্ডনত ভৰি দিয়াৰ লগে-লগে কৰায়ত্ত কৰিব লাগে। ৰাফেলে চাকৰিটো ভাল নাপালে, কিন্তু চাকৰিটোৰ তলা-নলা বুজিবলৈকে যে সেই বাৰাংগনাৰ অঞ্চলত সোমাল, তাৰপৰা আৰু তেওঁ ওলাই আহিব নোৱাৰিলে। এক অদ্ভুত মোহ, এক অদ্ভুত আবেশে ৰাফেলক বান্ধি পেলালে।

"কি মোহ! কি সৰ্বনাশী মোহ!" এদিন ৰাফেলে কফিবাৰৰ মেজত কিলাকুটিৰ ভৰ দি দুই হাতেৰে চুলিকোছা বেকব্ৰাছ কৰিবলৈ ধৰিলে।

সেই অঞ্চলৰ মোহত পৰি ৰাফেলে এদিন বাদামৰ ব্যৱসায় কৰিবলৈ ল'লে। গৰম বাদামৰ ব্যৱসায়। ৰাফেলৰ বৰ্ণনাৰ সাৰাংশ অনুসৰি— কিছুদিনৰ ভিতৰতে হেনো বাদামৰ উত্তাপ, অঞ্চলটোৰ উত্তাপ আৰু ৰাফেলৰ দেহ-মনৰ উত্তাপ, সকলো একাকাৰ হৈ গ'ল।

"বাদামৰ ব্যৱসায়টোতো বৰ সৰু ব্যৱসায় আছিল! তুমিনো সেই ব্যৱসায়টোতে গোটেই জীৱনটো লাগি থাকিম বুলি ভাবিছিলানে? তোমাৰ দেশলৈ উভতি যোৱাৰ মন যোৱা নাছিল?" মই সুধিলো।

হঠাতে ৰাফেল বৰ অস্থিৰ হৈ উঠিল। খালী কফিৰ পিয়লাটো সন্মুখৰপৰা আঁতৰাই তেওঁ ক'লে, "সেইবোৰ কথা মোক নুসুধিবা।"

কিন্তু অইন এদিন ৰাফেলে নোসোধাকৈয়ে বহুত কথা কৈ গ'ল। সেইদিনা পুৱাই ৰাফেলে মোলৈ ফোন কৰিলে— আজি বোলে তেওঁৰ জন্ম দিন, তেওঁ সোনকালে দোকান বন্ধ কৰিব আৰু মোক এখন দোকানত ৰাতিৰ সাঁজ খুৱাব। খবৰটো পাই মই বৰ আনন্দিত হ'লো। আজি ৰাফেলৰ জন্ম দিন।

সন্ধিয়া এখন দোকানত ভালকৈ খুৱাই ৰাফেলে মোক এখন পাবলৈ লৈ গ'ল। মই ক'লো, "মই কেৱল দুমগ বিয়েৰ খাম।"

ৰাফেলে এবিধ চোকা মদ খাবলৈ ল'লে।

সময় আগবাঢ়ি যোৱাৰ লগে-লগে ৰাফেল যেন ধীৰে ধীৰে, অতি সন্তৰ্পণে তেওঁৰ জীৱনৰ এক বিৰাট অথচ ভগা আৰু শূন্য ঘৰলৈ সোমাই গ'ল।

ইংলেণ্ড ৰাফেলৰ ভাল লগা নাছিল। বংগ দেশৰ সেই অস্ত্ৰ-শস্ত্ৰৰ কাৰখানাৰ ওচৰত, নাইবা মধ্য ভাৰতৰ তেওঁৰ নিজৰ গাঁওখনৰ এটা ঘৰত থাকি ঘৰ-সংসাৰ

আৰম্ভ কৰিবলৈ তেওঁৰ বৰ মন গৈছিল। মন গৈছিল মানে,— কেতিয়াবা তেওঁৰ উৰি গুচি যাবৰ মন গৈছিল। ভাৰতৰ মাটি চুবলৈ তেওঁ ব্যাকুল হৈ উঠিছিল। গতিকে তেওঁ জাহাজৰ ভাৰাৰ পইচাখিনি গোটাবলৈ আৰম্ভ কৰিলে। বাদামৰ ব্যৱসায়টোৰপৰা নিজে খায়-বৈ বৰ বেছিকৈ পইচা জমাব নোৱাৰি। তথাপি ৰাফেলে এক ছিলিং দুই ছিলিং যি পাৰে গোটাবলৈ ল'লে। কিন্তু ৰাফেলৰ বিপদ হ'ল, তেওঁৰ হাতত যেতিয়া এক ছিলিং দুই ছিলিংকৈ পইচা গোট খাবলৈ ধৰে, তেতিয়া যেন সমুখৰ ঘৰকেইটাৰ গাভৰু বিলাকৰ গাতো তিলতিলকৈ মঙহ বাঢ়িবলৈ ধৰে ; সিহঁতৰ গাল-মুখবোৰ লাহে-লাহে বেছি নিমজ, বেছি পিছল হৈ আহে, সিহঁতৰ ওঁঠৰ চুকত, চকুৰ দৃষ্টিত উন্মাদনা গোট খাবলৈ ধৰে ; আৰু যিদিনা ৰাফেলৰ হাতত ঠিক তিনি পাউণ্ড গোট খায়, সেইদিনা যেন বিশ্বব্ৰহ্মাণ্ডৰ সমস্ত উচ্ছলতাই সিহঁতৰ যৌৱনৰ পাৰ ভাঙি দিয়ে,— আৰু ৰাফেল উটি যায়। তিনি পাউণ্ড পইচা লৈ সি মনোমত দুৱাৰখনেদি ভিতৰলৈ সোমাই যায়।

কত দিন, কত বাৰ ৰাফেলে প্ৰতিজ্ঞা কৰিছে— এইবাৰ তেওঁ আৰু এটা পেনিও বাহিৰা কামত খৰচ নকৰে ; কিন্তু প্ৰত্যেকবাৰ দুই পাউণ্ড গোট খোৱাৰ পাছত তৃতীয় পাউণ্ডটো সম্পূৰ্ণ হ'বলৈ তেওঁ অধীৰ আগ্ৰহেৰে বাট চাইছে, আৰু সম্পূৰ্ণ হ'লেই ৰাস্তাটো পাৰ হৈ দুৱাৰ এখনেদি সোমাই গৈছে। এনেকুৱা দিনো বহুত গৈছে— যিবোৰ দিনত তেওঁ ৰাতিৰ সাঁজৰ আঢ়ৈ ছিলিং, কেঁচা বাদাম, কয়লা কিনিবলৈ থোৱা পইচাৰ অলপ যোগ দি আগতীয়াকৈ তিনি পাউণ্ড কৰি নিজকে শান্ত কৰিছে।

বছৰৰ পাছত বছৰ পাৰ হৈ গ'ল কিন্তু ৰাফেলৰ হাতত পইচা গোট নাখালে। এদিন হাতত মাত্ৰ এক পাউণ্ড থাকোঁতে ৰাফেলে কিবা অস্থিৰ, উদাস-উদাস অনুভৱ কৰিলে। কেঁচা বাদাম কিনিবলৈ থোৱা পইচাৰে তেওঁ সন্ধিয়াতে সৰহকৈ মদ খালে; আৰু এক পাউণ্ড পইচা জেপত লৈ নোৱা নামৰ এক বিয়াল্লিছ বছৰীয়া আমেৰিকান তিৰোতাৰ কোঠালিত উপস্থিত হ'লগৈ। সেইদিনা ঠিক কি হ'ল ৰাফেলে ক'ব নোৱাৰে, এক পাউণ্ড পইচা নোৱাৰ হাতত তুলি দি তেওঁ তেওঁৰ জাহাজৰ ভাৰাৰ পইচা গোটোৱাৰ কাহিনীটো কৈ কেঁচুৱাৰ নিচিনাকৈ কান্দি পেলালে। নোৱাই তেওঁৰ চুলিৰ মাজত আঙুলি বুলাই সেই দিনা ৰাফেলক ক'লে,— "তই তিনি পাউণ্ডকৈ পইচা খৰচ কৰিব নালাগে। তই যদি বেয়া নাপাৱ, তেনেহ'লে মোৰ ওচৰলৈকে আহিবি। তই অৱশ্যে গম পাইছই, মই বুঢ়ী হৈ আহিছোঁ।"

সেই নোৱাই ৰাফেলৰ লগত বৰ আচৰিত ব্যৱহাৰ কৰিলে। এদিন তাই ৰাফেলৰপৰা পইচা নলওঁ বুলি ক'লে। ক'লে,— "নিজৰ দেশলৈ উভতি যাব খোজা মানুহলৈ মোৰ বৰ মৰম লাগে। তই পইচা গোটা। এদিন তই ঘৰলৈ যাব পাৰিলে মই বৰ সুখী হম। আৰু এটা কথা, মই আজিকালি পইচা প্ৰায় নাপাৱেঁই, আৰু ল'বৰো মন নাইকিয়া হৈ আহিছে। থকা হ'লে ময়ো তোক অলপ দিলোহেঁতেন।"

ৰাফেলৰ বিশ্বাস, পৃথিৱীৰ ভিতৰত বংগ দেশত থকা মাক-বাপেকৰ বাহিৰে একমাত্ৰ নোৰায়েই তেওঁক প্ৰাণভৰি ভাল পাইছিল। কেতিয়াবা হেনো তাই ৰাফেলক কফি কৰি খুৱাইছিল ; ৰাতিটো তাইৰ লগতে থাকি যাবলৈ কৈছিল।

ৰাফেলৰ বয়স হৈ আহিছিল। মাজে-মাজে বংগ দেশ বা মধ্য ভাৰতত সৰু ঘৰ এটা সজাৰ কথাটো তেওঁৰ কাৰণে অৰ্থহীন যেন লাগিছিল, কিন্তু তেনেকৈ ভবাৰ পাছ মুহূৰ্ততে তেওঁৰ বুকুখনে হাহাকাৰ কৰি উঠিছিল। জাহাজৰ ভাৰা গোটাবই লাগিব বুলি হঠাতে দৃঢ়প্ৰতিজ্ঞ হৈ তেওঁ দুগুণ জোৰেৰে কৰ্কশ শব্দটো উচ্চাৰণ কৰি বাদামৰ গ্ৰাহক নিমন্ত্ৰণ কৰিছিল।

নোৰাক তেওঁ দেহাৰ দাম হিচাপে এক পাউণ্ডকৈ পইচা দিয়াটো বন্ধ কৰিছিল; কিন্তু তাইৰ লগত তেওঁ পইচা অলপ খৰচ কৰি এক অদ্ভুত আনন্দ পাইছিল। একমাত্ৰ কাপোৰযোৰ পৰিপাটিকৈ পিন্ধি, ধুনীয়া সাজেৰে সজ্জিতা বিগতযৌৱনা নোৰাক লগত লৈ এখন ৰেস্তোঁৰাত সোমাই, এসাঁজ খাই ৰাফেলে বৰ তৃপ্তি পাইছিল। কিন্তু এইবোৰ খৰচ কৰা সত্বেও, তেওঁৰ হাতত অলপ অলপকৈ পইচা গোট খাইছিল আৰু এদিন হিচাপ কৰি তেওঁ দেখিছিল— ইটালিয়ান কোম্পানিৰ জাহাজৰ তৃতীয় শ্ৰেণীৰ ভাৰা তেওঁৰ হাতত মজুত হৈছে।

"সেইদিনা মোৰ কেনেকুৱা লাগিছিল জানা?" ৰাফেলে উদাস দৃষ্টিৰে মোৰ চকুলৈ চাই সুধিলে। মই "নাজানো" সূচক দৃষ্টিৰে তেওঁলৈ চাই ৰ'লো।

"মোৰ বৰ আনন্দ লাগিছিল আৰু বৰ দুখ লাগিছিল। আনন্দ আৰু দুখ একেলগে লাগিলে যে কি যন্ত্ৰণা! থাকক। সেইদিনা মই নোৰাক ক'লো,— "নোৰা, মোৰতো ভাৰাৰ পইচা হৈ গ'ল। এতিয়া?"

নোৰাই একো নক'লে। বহুত পৰ মনে মনে থাকি তাই হঠাতে এবাৰ ৰাফেলক সাবট মাৰি ধৰিলে আৰু হুকহুককৈ কান্দিবলৈ ধৰিলে।

"কি হ'ল? হ'লকি নোৰা?"

নাই। তাই কান্দিয়েই থাকিল। এবাৰ কান্দোন বন্ধ কৰি তাই গম্ভীৰ হৈ বহি ৰ'ল। তাৰ পাছত লাহে-লাহে ক'লে, "তই বেয়া নাপাবি। তোক মই মিছাতে বিৰক্ত কৰিলো। কিন্তু কথাটো কি জানা? মানুহ নিজৰ দেশলৈ যাবলৈ ওলালে মই বৰ আনন্দ পাওঁ। নিজৰ দেশলৈ, আমেৰিকাৰ সেই সৰু চহৰখনলৈ উভতি যাবলৈ বহু দিনৰেপৰা মই ব্যাকুল হৈ আছোঁ। কাইলৈ-পৰহিলৈ তই যাবিগৈতো, সেইকাৰণে হঠাতে মোৰ দুখ লাগি গ'ল। ইফালে তই যাবি, সেই কাৰণে আনন্দও লাগিল। এটাইবোৰ মিলাই— মই কান্দি পেলালো।"

কথাখিনি কৈয়েই নোৰাই আকৌ কান্দিবলৈ ধৰিলে। ৰাফেলে সুধিলে, "কিন্তু তই গুচি নাযাব কিয়?"

"কি লৈ যাম? মোৰ নিচিনা নিঃস্ব....."— নোৰাই বাক্যটো শেষ কৰিব নোৱাৰিলে। বিচনাৰ তুলিখনৰ তলৰপৰা সৰু চাবি এজোকা ৰাফেলক দি তাই দূৰৰ বাকচ এটালৈ দেখুৱাই দিলে আৰু লগে-লগে দুয়োখন হাতৰ আঙুলিৰ ভংগীৰে বুজালে— শূন্য। তাৰ পাছত তাই পিন্ধি থকা কাৰ্ডিগানটোৰ বুকুৰ দুই পাট্টা দুফালে মেলি ধৰি ক'লে, "নাথিং। একো নাই। শেষ।"

তাৰ পাছত নোৰাই আৰু বহুত পৰ কান্দিলে। এই বিদেশৰ কোনোবা ষ্টেট হোমত তাই নিঠৰুৱা অৱস্থাত মৰিব, কোনোবা স্বেচ্ছাসেৱী সৎকাৰ সমিতিয়ে তাইক পুতিব—!

ৰাফেলৰ মনটো সেই দিনা বাৰে-বাৰে জিকাৰ খাই উঠিল। হাজাৰ হওক সি মতা মানুহ। জীৱনক বিদায়-সম্ভাষণ জনোৱা এটা অকলশৰীয়া মানুহ। জীৱনৰ এটা মুহূৰ্তত বংগ দেশ, মধ্য ভাৰত, এই কুখ্যাত অঞ্চল, সকলো একাকাৰ হৈ যাব। নাযাব জানো? যাব চাগৈ। আৰুনো কিমান দিন?

বহুত চিন্তাই সেই দিনা ৰাফেলক আৱৰি ধৰিলে।

কিছু দিনৰ পাছত আৰু কিছু পইচা গোটাই, ৰাফেলে নোৰাক এখন আমেৰিকাগামী জাহাজৰ টিকট কিনি দিলে।

ৰাফেলে কথা শেষ কৰাৰ পাছতো মই মনে-মনে আছিলো। এসময়ত মদৰ দোকানখন বন্ধ হোৱাৰ জাননী হিচাপে টং টং কৈ ঘণ্টাৰ শব্দকেইটামান হৈছিল আৰু দোকানখনৰ কিছুমান লাইট নুমাই গৈছিল। ❑

# সৌৰভ কুমাৰ চলিহা

## ৰাতিৰ ৰেল

দুদিনৰ বাহী খবৰৰ কাগজ ব্ৰীফকেছত গুজি জুনু গোস্বামী ট্ৰেইনত উঠিছে। সমুখত দীঘল ৰাতি, কত কথা তেওঁৰ মনত পৰা উচিত, তেওঁৰ জীৱনৰ কিমান সৰু-ডাঙৰ ঘটনাৰ তাৎপৰ্য্য তেওঁৰ অলস মনত স্পষ্ট হৈ উঠা উচিত, ৰাতি ৰেলত যাব পাৰিলে আগেয়ে কেনেকুৱা এটা চেপা উত্তেজনাত চঞ্চল হৈ উঠিছিল সমস্ত মন— কিন্তু আজি মাথোঁ তেওঁ বাৰে বাৰে হাতঘড়ী চাইছে, কেতিয়া ট্ৰেইন এৰিব। 'চীনত দাৰুণ দুৰ্ভিক্ষ হৈছে, কিন্তু মোৰ মাৰি দাঁতটো বিষাব ধৰিছে, এই ঘটনা মোৰ বাবে বেছি গুৰুত্বপূৰ্ণ— এনেকুৱা এটা কথা আছে, বোধহয় মোটামুটি সঁচা, কিন্তু অনিচ্ছুক ৰেলযাত্ৰী এই মাজবয়সীয়া মানুহজনৰ ক্ষেত্ৰত কথাটো আৰু আজিকালি প্ৰযোজ্য নহয়। বাঙ্কবোৰৰ মাজৰ সংকীৰ্ণ 'কৰিডৰ'টোৰে অজস্ৰ মানুহে বাকচ্-বিচনা-ট্ৰাঙ্ক-টোপোলা ঠেলি-হেঁচি উত্তেজিত কণ্ঠে হাল্লা লগাইছে, তেওঁ মাথোঁ সধৈৰ্য্যভাৱে তেওঁৰ বাঙ্কটোৰ কাষত বৈ আছে যাত্ৰী আৰু কুলিৰ ধাক্কা-ধাক্কি খাই খাই, নিৰ্লিপ্তমুখে অপেক্ষা কৰিছে কেতিয়া এই বিশৃঙ্খলা শেষ হ'ব, মানুহবোৰ নিজ নিজ ঠাইত থিতাপি ল'ব, ট্ৰেইন চলিব আৰম্ভ কৰিব— তাৰ বাহিৰে সহযাত্ৰীসকলৰ প্ৰতি তেওঁৰ আজি আৰু কোনো কৌতূহল নাই, বিমানৰ টিকেট নাপাই বাধ্য হৈ তেওঁ ৰেলত উঠিছে ; কিন্তু নিজৰ লগত ইমান সময় অকলে থকাৰ কথা তেওঁ যেন আৰু আজিকালি ভাবিব নোৱাৰে, তেওঁ অপেক্ষা কৰিছে কেতিয়া তেওঁ খবৰৰ কাগজ দুখনত সোমাই মগ্ন হৈ পৰিব পাৰিব। যোৱা দুদিন অসম্ভৱ গৰম আৰু অসম্ভৱ ব্যস্ততা গৈছে (তেওঁলোকৰ মাৰ্কেটিং হ'চাইটীৰ অডিট আছিল), মাজে মাজে কাগজত একমুহূৰ্ত চকু পেলায়েই পুনৰ ক'ৰবালৈ ছুটিব লগা হৈছে, কিন্তু স্তম্ভৰ শিতানবোৰ তেওঁৰ মনত বৈ গৈছে ঃ 'পলিটিকাচ্' নামৰ তেওঁৰ প্ৰিয় কলামিষ্টজনে আমেৰিকাৰ নিগ্ৰো সমস্যাৰ বিষয়ে এটা দীঘল প্ৰবন্ধ লিখিছে, উত্তৰ আৰু দক্ষিণ ভাৰতৰ খাদ্য-অভ্যাসৰ বিষয়ে দুটা তুলনামূলক স্তম্ভ লিখিছে এম. কৃষ্ণণে (সেইটো অৱশ্যে পাঠ্য) ; মুদ্ৰামান হ্ৰাসৰ প্ৰভাৱ আমাৰ শিল্পত কেনেকৈ পৰিছে তাৰ বিষয়ে এটা দৰ্কাৰী সম্পাদীয় তেওঁৰ চকুত পৰিছে, আৰু ভাৰতীয় চিনেমাত চুমা খোৱা

উচিত নে অনুচিত সেই বিষয়ে বেছ সৰস আন এটা। হেডলাইনবোৰ মোটামুটি তেওঁ একদৃষ্টিতে শুহি লৈছে ; কিন্তু ভিতৰৰ পৃষ্ঠাৰ কেইটামান টুকি-টাকি খবৰ লৰালৰিতে তেওঁৰ পঢ়িবলৈ থাকি গৈছে ; পুৰুষে বেছি মটৰ দুৰ্ঘটনা ঘটায় নে নাৰীয়ে, পদ্মভূষণ পোৱা এজন বিখ্যাত বায়' কেমিষ্টে কৈছে যে মদৰ পৰা তেনে কোনো অপকাৰ নহয়, আমেৰিকাত মৰা মানুহ বৰফত ৰাখি জীয়াই তোলাৰ এটা প্ৰচেষ্টা (!), এজনী 'চে'ক্স্ ব'ম্'' অভিনেত্ৰীৰ পুনৰ বিবাহ-বিচ্ছেদ, মেনিলা বিমানপোটত কেইটামান ইংৰাজ পপ্ গায়কক জনতাৰ দ্বাৰা উত্তম-মধ্যম, চন্দ্ৰলৈ ৰুছিয়াই আমেৰিকাতকৈ আগেয়ে মানুহ পাঠোৱাটো নৈতিকভাৱে অসম্ভৱ বুলি হেনো আমাৰ এজন সৰ্বোদয় নেতাই ভাবে—

নিজৰ জীৱনৰ কাহিনীতকৈ জুনু গোস্বামীৰ বাবে এই ঘটনাবোৰ আজি অধিক গুৰুত্বপূৰ্ণ। এতিয়া তেওঁৰ হাতত কামৰ বোজা নাই, স্লিপিং-ক'চ যেতিয়া বিছনাৰ চিন্তা নাই, অপৰ্য্যাপ্ত সময়— কিন্তু মাৰ্কেটিং হ'চাইটীৰ আভ্যন্তৰীণ দুৰ্নীতি আৰু জনসংখ্যা সমস্যাৰ বিষয়ে ইউ-এন-অ'ৰ বিশ্লেষণ পঢ়ি পঢ়ি তেওঁ টোপনি যাব.....

তেওঁৰ বাৰ্থটো ওপৰত। ওপৰৰ আনটো বাৰ্থত ধুতি আৰু পাম্পচু পিন্ধা, পৰিষ্কাৰ দাড়ি খুৰোৱা এজন আদহীয়া মানুহ, গলত সোণৰ চেইন, আঙুলিয়ে আঙুলিয়ে আঙঠি, কামিজৰ কাষৰ জেপৰ পৰা এখন টাইম-টেব্‌ল্ ভুমুকি মাৰিছে, খুব সম্ভৱতঃ মাৰোৱাৰী ; কিন্তু তেওঁৰ লগৰ শকত মহিলা গৰাকী নিঃসন্দেহে মাৰোৱাৰী, নাকত প্ৰকাণ্ড 'বেৰি', হাত ভৰ্ত্তি মোটা বালা, মুখখন ওৰণিৰে অৰ্ধাবৃত, তেওঁলোকৰ মালপত্ৰ অজস্ৰ, লোটা-ঘটি-টিফিনকেৰিয়াৰ-টুকুৰি সমস্ত। ইহঁতৰ তো টকাৰ অভাৱ নাই, ফাৰ্ষ্ট ক্লাছত নাযায় কিয়, তেওঁৰ মনত খেলালে। তেওঁৰ সমুখৰ বাৰ্থ দুটাত দুজন যাক কয় 'চফল ডেকা' ল'ৰা, হয়তো দুবছৰৰ বেছি হোৱা নাই দাড়ি খুৰাব আৰম্ভ কৰিছে, জোঙা পেন্ট আৰু জোঙা জোতা আৰু বগা কামিজৰ হাত কোচোৱা, বুকুৰ বুতাম খোলা ; সিহঁতৰ এজনে বাহিৰৰপৰা বাকছ বিছনা খিৰিকীৰে জোৰ-জবৰদস্তি সুমুৱাই দিছিল আৰু ভিতৰৰপৰা ইজনে দুই কিলাকুটিৰে দুকাষৰ মানুহ ঠেলি ৰাখি মালবোৰ টানি লৈছিল আচৰিত দক্ষতাৰে ; তেওঁ লক্ষ্য কৰিছে। ল'ৰা দুজনে হ'ল্ডল দুখন মেলি লৈ তেওঁৰ কাণ্ডকাৰখানা লক্ষ্য কৰিলে, তেওঁ ওপৰৰ বাৰ্থটোত বিছনাখন মেলি দিবৰ চেষ্টা কৰিছে, কিন্তু মাৰোৱাৰীৰ ট্ৰাঙ্ক এটা মাজ বাটতে পৰাত তেওঁ সিমুৰলৈ আগবাঢ়ি হ'ল্ডলখন টানি লব পৰা নাই, বাকছটোও ঠেলিব পৰা নাই। অসম্ভৱ ভাৰী, মাৰোৱাৰীয়ে নিৰ্বিকাৰভাৱে কৈছে, বাবুজী আপ ইচকো ওপৰ উঠকে বিস্তাৰা কৰিয়ে—

'আপুনি কলিকতালৈকে যাব নেকি?'

'হয়'

ল'ৰা দুজনৰ এজনে ইজনৰ মুখলৈ চালে। প্ৰশ্ন কৰাজনে ক'লে "এক কাম

কৰক। ওপৰৰ বাঙ্কত আপুনি উঠা-নমাৰ অসুবিধা পাব, আপুনি মোৰ ছীটটো লওক— খিৰিকীৰ কাষতে, বতাহো পাব।”

'নাই, নাই, কি নো এনে অসু—'

'আমাৰ একো ট্ৰাবল্ নহয়। আপুনি মোৰ বাংকটো লওক'

গতিকে জুনু গোস্বামী তলৰ খিৰিকীৰ কাষৰ ছীটটোলৈ স্থানান্তৰিত হ'ল, ল'ৰা দুজনেই হ'েণ্ডলখন নমাই আনি দিলে, জোতাৰেই মাৰোৱাৰীৰ ট্ৰাঙ্কৰ ওপৰত দুমদাম উঠি গ'ল। (মাৰোৱাৰীয়ে চকু কোঁচাই এবাৰ চালে, কিন্তু একো নকলে)। অৰ্থাৎ, কথা পাতিবলৈ তেওঁক বাধ্য কৰিলে। তেওঁ ক'লে যে তেওঁ কলিকতালৈ যাব, মাৰ্কেটিং ছ'চাইটীৰ ইষ্টাৰ্ণ জ'নৰ মিটিং আছে। ক'ত চেইঞ্জ কৰিব লাগিব? কিয়, বাৰাউনিত, এইখন ট্ৰেইনত আৰু ক'ত। বাৰাউনিৰ পৰা আৰু এক ৰাতি। শিয়ালদহ? নহয়, হাওড়া, হাওড়া। অ', হাওড়া? হয়। ল'ৰা দুজন বেনাৰছলৈ যাব, দুয়ো তাত ইঞ্জিনীয়াৰিং পঢ়ে, এজন ইলেকট্ৰিকেল, আনজন মেকানিকেল, দুয়োৰে ঘৰ নগাওঁত। এজনৰ বাপেকৰ নাম তেওঁ শুনিছে, আৰু বাহিৰ হৈ পৰিল যে আনজনৰ মোমায়েক তেওঁৰ সহপাঠী আছিল। সেই তথ্য তেওঁ উদঘাটিত কৰি নিদিলে, কিন্তু তেওঁ বুজিব পাৰিলে সেইটো কোৱাৰ কোনো দৰ্কাৰো নাই, তেওঁৰ চুলিৰ মাজে মাজে বগাৰ আভাস আহিব ধৰিছে এই ল'ৰা দুজনেও নিশ্চয় লক্ষ্য কৰিছে, তেওঁক সুবিধাৰ ছীটটো এৰি দিছে—

বেছ গৰম আছে গাড়ীৰ ভিতৰত, জুনু গোস্বামীয়ে লৰালৰিকৈ নিজকে ক'লে, যদিও যোৱা দুদিনৰ দৰে নহয়। ফেনবোৰ চলিছে তো?

ট্ৰেইন এৰাৰ পাছতো তেওঁ বাহিৰলৈ বহু সময় নাচালে। চকুৰ কোণেৰে তেওঁ ধৰিব পাৰিলে প্লেটফৰ্মৰ মানুহ আৰু হৈ-হাল্লা কাষেৰে পাৰ হৈ গৈছে, ইঞ্জিনৰ শ্বে'ড্, ওখ ওখ লাইট আৰু চিগ্‌নেল, অকস্মাৎ আকৌ এক ঝলক কোলাহল, ৰৈ থকা ডাব্বাৰ শাৰী, দেৱালৰ গাত চিনেমাৰ প্ৰকাণ্ড বিজ্ঞাপন, ব্ৰেণ্ডি আৰু মটৰৰ টায়াৰৰ মস্ত মস্ত হৰ্ডিং, এটা লেভেল ক্ৰছিং, ডিজেল ট্ৰাক, এম্বেছেডৰ গাড়ী, ৰিক্সা আৰু এটা কুকুৰ ক্ৰছিঙত ৰৈ আছে, চহৰৰ উপকণ্ঠত নতুন নতুন ঘৰ উঠিছে, বহু আলোকিত খিৰিকী, চুবুৰীৰ এখন ব্যস্ত ভোজনালয়ৰ পৰা হঠাৎ একটুকুৰা ফিল্মৰ গান, আন্ধাৰ, একোখণ্ড ক'লা পানীৰ বুকুত প্ৰতিফলিত পোহৰ, এটা সমান্তৰাল মটৰ ৰাস্তা, অস্পষ্ট টেলিগ্ৰাফৰ তাঁৰ.... মাৰোৱাৰী মহিলাগৰাকীয়ে একোবাৰ ওৰণিখন আধা ফাঁক কৰি সকৌতুহলে বাহিৰৰ পিনে চাইছে আৰু এটা চেপেটা বাকছ কোলাৰ ওপৰত মেলি লৈ অসংখ্য সৰু সৰু কৌটা আৰু ডিব্বাৰ পৰা পাণ সাজিছে আৰু লগৰ মাৰোৱাৰী মানুহজনক দিছে, মানুহজনে লেপেটাকঢ়ি বহি লৈ নিৰ্বিকাৰভাৱে পাণখন মুখত ভৰাই টাইম-টেব্‌লখনত মনোনিবেশ কৰিছে। মাৰোৱাৰীৰ ট্ৰাঙ্ক এটাৰ ওপৰতে সাময়িকভাবে বহি লৈ এজন

মানুহে তলমূৰ কৰি এয়াৰ্-বেগ এটা মজিয়াত থৈ তাৰ জীপ্‌ডাল খুলিবৰ চেষ্টা কৰিছে, জীপ্‌ডাল বজি গৈছে, টানাটানি কৰি মানুহজন গলদঘৰ্ম হৈ উঠিছে, আৰু তেওঁৰ ওপৰেদি ইঞ্জিনীয়াৰিং ছাত্ৰ দুজনে মাজৰ মাল-বস্তুৰ ওপৰেদি উবুৰিখাই মুখ দুখন ওচৰ চপাই লৈ কিবা কথাত মগ্ন হৈ পৰিছে, দুয়োৰে মুখত চেপা কৌতুক, মাজে মাজে একোবাৰ জোৰকৈ হাঁহি উঠিছে, বোধহয় বেচ জোৰেই হাঁহিছে, ট্ৰেইনৰ শব্দত স্পষ্ট হৈ উঠা নাই। এতিয়াও যাত্ৰীবোৰ সুস্থিৰ হৈ বহা নাই, এতিয়াও 'কৰিডৰ'টোৰে মানুহ অহা-যোৱা কৰিছে, তাৰ ভিতৰত দুজন মিলিটাৰীও আছে, আৰু সৰু ল'ৰা, আৰু কোলাত কেচুৱা লোৱা দু-গৰাকী তিৰোতা মানুহ। বিভিন্ন বিক্ষিপ্ত কথাবাৰ্তাৰ মাঁজেৰে তেওঁ ধৰিব পাৰিলে কোনোবাই এটা ট্ৰেঞ্জিষ্টৰ বজাইছে, গানৰ কলি।

"চা-লা জীপ্-কা বাচ্ছা, নহি খুলেগা—!"

এক টান মাৰি বজি-যোৱা জীপ্‌ডাল খুলি পেলাই এয়াৰ-বেগৰ মালিকে চীৎকাৰ দি উঠিল, মুখত বিজয়ৰ উল্লাস। —সকলোৱে সেই পিনে চালে। তেওঁৰ চকুয়ে চকুয়ে পৰাত ল'ৰা দুজন অলপ বিব্ৰত মুখে ৰৈ গ'ল আৰু তেওঁৰ ক্লাছফ্ৰেইণ্ডৰ ভাগিনজনে মুখত এটা স্মিত-হাঁহি টানি প্ৰত্যাশাৰ ভংগীত তেওঁৰ পিনে চাই ৰ'ল। ইজন ল'ৰাৰ গাৰুৰ কাষত পৰি থকা "ফিল্ম ফেয়াৰ" দুখন আৰু চিগাৰেটৰ পেকেটটোত তেওঁৰ চকু পৰিল, তেওঁ ভাবিলে ইহঁতে ইমান সময় চিগাৰেট খোৱা নাই কিয়? ওৰে ৰাতি এনেকৈ যাবনে? তেওঁ তেওঁৰ নিজৰ পেকেটটো খুলি সিহঁতৰ পিনে আগবঢ়াই দিলে আৰু মিচিকিয়াই হাঁহিলে। ভাগিনজনে ইজন ল'ৰাৰ মুখলৈ চালে, তাৰ পাছত এবাৰ চকুৰ পতা পেলাই মনস্থিৰ কৰি এডাল টানি ললে। ইজন ল'ৰাই ব্যস্তসমস্ত হৈ এটা লাইটাৰ উলিয়াই আনি চিগাৰেট কেইডাল ধৰাই দিলে আৰু নাকৰ ফুটাৰে দুধাৰ ধোঁৱা বাহিৰ কৰি হঠাৎ বয়স্ক মানুহৰ দৰে মুখ কৰি ক'লে, "নেক্সট্ ষ্টপ আপোনাৰ— ৰঙিয়াত। আঠটা দহ। আমি তাতেই ডাইনিং কাৰত গৈ সোমাম বুলি ভাবিছো। আপুনিওতো বোধহয় তাতেই—"

"মই খাই আহিছো—"

"অ""

ল'ৰা দুজনে আৰু তাৰ পাছত কি ক'ব ভাবি নাপালে, অনিশ্চয়ভাৱে চিগাৰেট টানিব ধৰিলে। তেওঁ খিৰিকীত হেলান দি ভৰি মেলি দি বহিল আৰু খবৰ কাগজখন খুলিলে।

"আজিৰ নেকি?"

"নহয়, কালিৰ। এইখনহে আজিৰ—"

তেওঁ ইখন কাগজ আগবঢ়াই দিলে।

"ঠিক আছে— ঠিক আছে— আপুনি পঢ়ি লওঁক— বহুত সময় পাম—"

তেওঁ সিহঁতৰ পিনে চাই আকৌ এটা মিচিকি হাঁহি মাৰি পুনৰ কাগজত মন দিলে। সিহঁতৰ পিনে নোচোৱাকৈয়ে তেওঁ বুজিব পাৰিলে যে ল'ৰা দুজনে সকাহ পালে.... অস্বীকাৰ কৰিব অৱশ্যে নোৱাৰি, যে এই মুদ্ৰামান হ্ৰাসৰ সিদ্ধান্তৰ অন্তৰালত ৱৰ্ল্ড বেংক তথা মাৰ্কিন পুঁজিপতিৰ প্ৰৱল চাপ... তেনেহ'লে দেখা যায় যে যুদ্ধ, বিপ্লৱ আৰু মন্থৰগতি সমাজ-সংস্কাৰৰ বাহিৰেও আন এটা উপায় নিগ্ৰোসকলৰ হাতত আছেঃ অহিংস প্ৰত্যক্ষ-সংগ্ৰাম। মাৰ্টিন লুথাৰ কিঙে আলাবামাৰ বৰ্ণ-সংঘৰ্ষৰ সন্দৰ্ভত দিয়া বিবৃতিটোত এই কথাটোকেই সোঁৱৰাই দিছিল যে.... ১৯৫৭ চনতে তাইৰ গ্লেমাৰ-উচ্ছল দেহসৌষ্ঠব প্ৰথমবাৰৰ বাবে ৰুবেন পডলস্কিৰ "কিছ্ মি এগেইন" ছবিত.... কিন্তু তেওঁৰ চেতনাৰ আন এটা টুকুৰাই ধৰিব পাৰিলে তেওঁ চাৰিওপিনে ট্ৰেইনৰ একঘেয়ে শব্দৰ পশ্চাদভূমিৰ ওপৰত বিভিন্ন কণ্ঠই কথা পাতিছে, অবোধ্য, ট্ৰেঞ্জিষ্টৰটো পূৰাদমে বাজি চলিছে, কিন্তু ওচৰৰ ল'ৰা দুজনৰ আলাপ নিম্নকণ্ঠ হ'লেও তাৰ কিছুমান বিচ্ছিন্ন টুকুৰা খিৰিকীৰে ৰাতিৰ অন্ধকাৰলৈ যেন ভাঁহি গৈছে ঠিক তেওঁৰ কাণৰ কাষেৰে.... গৰমৰ বন্ধৰ সেই কেইদিন মাত্ৰ.... ভিনটিহঁতৰ ঘৰ হ'লেও হাজাৰ হওক লোকৰ ঘৰ তো.... মোৰো তো এটা প্ৰে'ষ্টিজ আছে ভাই..... আৰু তাইৰো কি অসম্ভৱ লাজ.... প্ৰথম পৰিকল্পনাৰ কালত ১৯৪৮-৪৯ চনৰ মুল্যমান অনুযায়ী জনমূৰি আয় বাঢ়িল শতকৰা ৮.২ ভাগকৈ, ২য় পৰিকল্পনাৰ কালছোৱাত শতকৰা ৯.৫ ভাগকৈ। আৰু তৃতীয় পৰিকল্পনাৰ কালছোৱাত এই সংখ্যা নামি গ'ল শতকৰা ১.৭ ভাগলৈ। তেনেহ'লে এই কথা অনস্বীকাৰ্য্য যে আমাৰ অৰ্থনৈতিক জীৱনৰ প্ৰকৃত মূল্যাংকন..... দেউকণৰ পঢ়া ৰুমটোতে হাৰ্মনিয়াম-প্ৰেক্টিচ কৰাৰ নাম কৰি.... মই কৈয়েই পেলালো, আইদেউৱে গালেকে চাবকে নোৱাৰি.... খঙতেই যেন গোটেই মুখখন ৰঙা-চঙা পৰি.... গানৰ ছাৰে ক'লে, 'নহয়, ৰে কোমল, ৰে কোমল'.... অ, আহিব লাগিব বুলি তো জানোৱেই ভাই, তাইও জানে এই শেষ..... গমেই নাপালো, ভেকেশ্যনটো যে কোনপিনে উৰি গ'ল....ষ্টেশ্যনত ভিনটিহঁত মাইবাইদেউহঁত চব আহিছিল....ষ্টেশ্যনৰ সেই ছীন্‌টো মই জীৱনত নাপাহৰো...

জুনু গোস্বামীয়ে জোৰ কৰি কাগজত মন দিলে। ....সেই একেছোৱা কালতে আমাৰ কৃষিজাত সামগ্ৰীৰ উৎপাদনৰ অগ্ৰগতিও খুব সন্তোষজনক নহয়। ১৯৫০ চনৰ জুন মাহত সামৰণি পৰা খেতিৰ উৎপাদনক ১০০ বুলি ধৰিলে ১ম পৰিকল্পনাৰ শেষৰ বছৰত অৰ্থাৎ ১৯৫৫-৫৬ চনত কৃষিজাত সামগ্ৰীৰ উৎপাদন ১১৬.৮ লৈ বৃদ্ধি পালে। ২য় পৰিকল্পনাৰ শেষত অৰ্থাৎ... দেউকণ কোন? তাইৰ ভাই নে ভিনটিৰ ভাই নে—? তাই কোন? দেউকণৰ পঢ়া ৰুমত কোনে হাৰ্মনিয়াম শিকিছিল..... ষ্টেছনৰ সেই দৃশ্যটো

বোলে এই ল'ৰাজনে জীৱনত নাপাহৰে— দেউকণৰ পঢ়া ৰুমৰ কিতাপবোৰৰ মাজত, বেৰৰ ফটো আৰু কেলেণ্ডাৰৰ তলত, হাৰ্মনিয়ামটোত কিলাকুটিৰ ভৰ দি যিবোৰ সংলাপৰ সৃষ্টি হৈছিল, এখন বেয়া নাটকৰ দৰে, তাৰ প্ৰতিটো গতি প্ৰতিটো ভঙ্গীমা, প্ৰতিটো অসাধাৰণ সাধাৰণ কথা তাৰ হোনো চিৰজীৱন....ষ্টেছনত ভিনটিহঁত মাই-বাইদেউহঁত চব আহিছিল (আৰু তাইও নিশ্চয়)— তেওঁ কথাষাৰ দুই তিনিবাৰ মুখৰ ভিতৰত ঘূৰাই ঘূৰাই মনে মনে আবৃত্তি কৰিলে.... কেনেকুৱা আচহুৱা এটা সোৱাদ....আচহুৱা, এৰা, কাৰণ তেওঁক ষ্টেছনত বিদায় দিবলৈ আজি আৰু কোনো নাহে, তেওঁক আদৰি নিবলৈ প্লেটফৰ্মত অধীৰ আগ্ৰহেৰে ৰৈ থাকিবলৈও আৰু কোনো নাই.....

বিস্তৰ হুলস্থূল আৰু ছাঁ-পোহৰৰ চিকিমিকিৰ মাজেৰে ট্ৰেইন ৰঙিয়া জংশ্যনত সোমাল, কোঠালিটো প্ৰায় খালি হৈ গ'ল খাবলৈ। প্লেটফৰ্মৰ চাহৰ ষ্টলত থিয় হৈ তেওঁ ধীৰে ধীৰে চাহ এক কাপ খালে (ল'ৰা দুজনে অৱশ্যে তেওঁক মাতিছিল এবাৰ লগত যাবলৈ)। প্লেটফৰ্মত বহুত মিলিটাৰী মানুহ বুটজোতাৰ খটপখটপ শব্দ কৰি ঘূৰি ফুৰিছে (তেজপুৰলৈ যাব সম্ভৱতঃ), আৰু ক'ৰবাৰ পৰা মস্ত এদল চাওতাল মতা-মাইকী (ইহঁত ক'ৰ পৰা আহিল? যায় ক'লৈ?) চিগাৰেট এডাল জ্বলাই তেওঁ কিছু সময় কিতাপৰ বন্ধ দোকানখনৰ পিনে পিঠি দি থিয় দি ৰ'ল, নিৰ্লিপ্তভাৱে তেওঁৰ সমুখৰ পৰিয়াল-পৰিকল্পনাৰ বিজ্ঞাপনখন যেন সৰু ল'ৰাৰ দৰে কষ্ট কৰি জোটাই জোটাই পঢ়িলে, আৰু তেওঁ হঠাৎ বুজিব পাৰিলে যে তেওঁ কিবা এটা শব্দ মনত পেলাবৰ চেষ্টা কৰিছে : ষ্টেশ্যনৰ ক'ৰবাত কোন আন্ধাৰ অংশত ঘৰৰং শব্দ কৰি ডাব্বাৰ কাপ্লিং লাগিছে, কোনোবা পিনে ইঞ্জিন এটাই শ্বাণ্টিং কৰিছে ৰৈ ৰৈ ঝক্ ঝক্ কৰি, আৰু চুটি চুটি তীক্ষ্ণ হুইচ্‌ল্..... কোন ষ্টেশ্যন, কোন প্লেটফৰ্ম, ডাব্বাৰ খিৰিকীৰ ভিতৰে বাহিৰে কাৰ কাৰ মুখ, কোন পুৰণি নাটকৰ কি চৰিত্ৰতালিকা, কি ট্ৰেইন, কেতিয়া, কেতিয়া.... ভ্ৰুকুঞ্চিত কৰি তেওঁ আৰু দুবাৰমান শ্বাণ্টিং কৰা ইঞ্জিনটোৰ চুটি চুটি হুইচেলবোৰ শুনিলে, তাৰ পাছত পুনৰ ডাব্বাত সোমাল। তেওঁৰ পিনে পিঠি দি মাৰোৱাৰী মহিলা গৰাকীয়ে হাড়ি কৌটা খুলি কিবা খাব ধৰিছে, ট্ৰাঙ্কৰ ওপৰত চিকচিকিয়া পিতলৰ গিলাচত পানী, মাৰোৱাৰীজন নাই। তেওঁ খিৰিকীত হেলান দি চিগাৰেটডাল শেষ নোহোৱালৈকে প্লেটফৰ্মৰ মানুহৰ অহা-যোৱা চালে, তাৰ পিছত অলসভাৱে পুনৰ কাগজত ইতস্ততঃ চকু দিলে.... বিনাকা ফ্লুঅ'ৰাইড্..... চিকচিকীয়া ক'লা চুলি আৰু চুলিৰ গুৰি টান ৰাখিবলৈ ব্যৱহাৰ কৰক.... আনন্দ-উৎসৱৰ অপৰিহাৰ্য্য উপহাৰ-উষা চিলাই কল...এতিয়া! এয়াৰ্-ইণ্ডিয়াৰ 'ম্ৰাম্বাৰেট্' শ্ৰেণীৰ উড়ণ লণ্ডনলৈ— টেহৰান, বেইৰুট আৰু ফ্ৰাঙ্কফুৰ্ট হৈ, সপ্তাহত তিনিবাৰকৈ.... প্ৰশংসামুখৰ পঞ্চম সপ্তাহ, আৰ. কে.

ফিল্মছৰ প্ৰেমমধুৰ.... উইম্বলড্‌নত আকৌ বৰযুণ, পোনপটীয়া ছে'টত প্ৰেমজিত লাল পৰাজিত.... ট্ৰেইন এৰাৰ পাছতো ল'ৰা দু'জন ডাব্বাত নোসোমাল (বোধহয় ডাইনিং কাৰত ভীৰ আছে আজি), কিন্তু ট্ৰেইন এৰাৰ লগে লগে ধুতিৰ লেংটি মাৰি মাৰি মাৰোৱাৰীজন আহি বহিল আৰু কাঠি এডালেৰে দাঁত খুচৰি খুচৰি মহিলা গৰাকীক ক'লে যে “বাথৰূম”ত এতিয়া ঠিকেই পানী আহিছে.... নলবাৰী নে বৰপেটা-ৰ'ড ক'ৰবাত অলপ সময়ৰ বাবে ট্ৰেইন ৰৈছিল, হুৰমুৰ কৰি ল'ৰা দুজন তেতিয়াহে নিজৰ ডাব্বালৈ উভতিল। তেওঁ এবাৰ কাগজৰ পৰা মুখ তুলি চালে।

“মস্ত ৰাছ। কিছুমানেতো ফকিৰাগ্ৰামৰ আগেয়ে বহিবই নাপাব...আপুনি একো নাখালে?”

“নাই মোৰ ভোকেই নাই। খাই আহিছো তো... আচ্ছা, লাইটটো অলপ সময় জ্বলি থাকিলে আপোনালোকৰ ডিষ্টাৰ্ব হ'ব নেকি?— মই এই কাগজখন শেষ কৰিব খুজিছিলো—”

(এম. কৃষ্ণণৰ প্ৰবন্ধটো তেতিয়াও বাকী আছে— খুচুৰা ছুটকিবোৰ চাওতে আচল বস্তুটোৱেই পাহৰি গৈছে তেওঁ ইমান সময়ে!)

'মাৰোৱাৰী দুজনৰ পিনৰ লাইটটো নুমাই দিয়া হ'ল, লাহে লাহে কামৰাৰ বেছি ভাগ লাইটেই নুমাই গ'ল, মাথো শ্বাঁ শ্বাঁ শব্দে ফেন কেইখন চলি থাকিল। বাহিৰৰ ঘন আন্ধাৰ কাটি কাটি মাজে মাজে দ্ৰুতবেগে পাৰ হৈ যোৱা একোটা পোহৰৰ ছোপ, আৰু ট্ৰেইনৰ একঘেয়ে শব্দৰ ওপৰত ট্ৰেঞ্জিষ্টৰটোয়ে এতিয়া যেন ক্লান্ত হৈ ঘেৰ্ ঘেৰ্ কৰিব আৰম্ভ কৰিছে আৰু সুহুৰি মাৰিছে। ল'ৰা দুজনে আস্তে আস্তে জোতা খুলিলে, মোজা খুলিলে, আৰু এইবাৰ দুয়ো নিঃসঙ্কোচে দুডাল চিগাৰেট জ্বলাই লৈ আৰু কিছু সময় কথা পাতিলে (কিন্তু আগৰ দৰে ইমান ব্যগ্ৰভাবে নহয়), তাৰ পাছত দুয়ো হামি কাঢ়ি নীৰব হৈ পৰিল। ভাগিনজনে ট্ৰাউজাৰৰ বেল্টডাল খুলি গাৰুত মূৰ দি পতঙ্গবেষ্টিত লাইটটোলৈ চাই ৰ'ল, আনজনে দুবাৰমান ঘড়ী চাই মাৰোৱাৰীজনৰ টাইম-টেব্‌লখন খুজি আনিলে, আগ্ৰহশূন্যমুখে কিবা বিচাৰিব ধৰিলে... বৈ বৈ একোটা সৰু ষ্টেছন, য'ত এই ৰেলখনৰ ৰ'বৰ অবকাশ নাই, তাৰ সেউজীয়া চিগ্‌নেল দ্ৰুতবেগে অদৃশ্য, তাৰ প্লেটফৰ্মৰ গছৰ পকী ঘেৰবোৰৰ ওপৰত প্ৰায়-উলঙ্গ লেঙোট-পিন্ধা মানুহ দীঘল দি শুই আছে.... খিৰিকীৰে তেওঁৰ মুখত ৰাতিৰ চেঁচা বতাহ.... এখন গাঁৱত ৰেললাইনৰ কাষতে এখন বিয়া হৈছে, পেট্ৰ'মাক্স-লেম আৰু জনতা আৰু বেণ্ড-পাৰ্টিৰ এটা আকস্মিক দৃশ্য.... মাজে মাজে ধোঁৱাৰ ৰাশি আৰু কয়লাৰ গুড়ি আৰু খিৰিকীৰ বাহিৰেৰে উৰি যোৱা ৰঙা ৰঙা স্ফুলিঙ্গ.... এখন মটৰৰ হে'ডলাইট হঠাৎ আবিৰ্ভূত আৰু অদৃশ্য.... দূৰৰ কোন সৰু চহৰৰ অপসৃয়মান আলোকমালা.....

ষ্টেশ্যনৰ সেই বিদায়ৰ দৃশ্যটো বোলে সি জীৱনত নাপাহৰে..... ভিন্‌টিহঁত মাই-বাইদেউহঁত চব আহিছিল, নিশ্চয় তাইও আহিছিল.... বহু দিনৰ পুৰণি গল্প এটা ৰিণিকি ৰিণিকি জুনু গোস্বামীৰ মনত পৰিব খুজিছে, বহু দিন আগৰ সেই তাহানিৰ 'আৱাহন'ৰ পাতৰ, যেতিয়া তেওঁকো গাড়ীত তুলি দিবলৈ ষ্টেশ্যনত বহু মানুহ আহিছিল.... দক্ষিণ ভাৰতৰ পথাৰৰ তম্বী ধানৰ এই লাস্যময়ী লাৱণ্যত মুগ্ধ হৈ অৱশ্যে আমাৰ মনত নেখেলোৱাটো অস্বাভাৱিক নহয় যে চাউলত থকা শ্বেতসাৰ-জাতীয় পদাৰ্থৰ.... প্ৰায় এই ধৰণৰেই এটা ঘটনা, পূজাৰ বন্ধত নে গৰমৰ বন্ধত গল্পৰ নায়কে (লেখকে) এনেকৈ কোন আত্মীয়ৰ বা বন্ধুৰ ঘৰত কটাইছিল— এটা সৰু ভাইটিও আছিল ঘৰত, কিন্তু 'দেউকণৰ পঢ়া ৰূমত হাৰ্মনিয়াম-প্ৰেকটিচ' নহয়, তেওঁলোকে বাহিৰ কৰিছিল অন্য এটা খেলা ঃ ভাইটিয়ে (বা কোনোবাই) ক'ব, "একে দুয়ে?" নায়কে ক'ব, "তিনি", তেতিয়া ভাইটিয়ে ক'ব, "তিনি চাৰি?" নায়কে ক'ব, "সাত" (ভুলতে পাঁচ বুলি ক'লে তেওঁ হাৰিব), তেতিয়া ভাইটিয়ে ক'ব "সাত আঠ?" নায়কে ক'ব, "পোন্ধৰ"— এনেকৈ কোনে আগে ভুল কৰে বা ভাগৰি পৰে এনে কিবা এটা প্ৰতিযোগিতা। তাতো নায়কে বুজিছিল, ছোৱালীজনীয়ে বুজিছিল যে বন্ধ শেষ হ'লেই এই কাহিনীৰো শেষ হ'ব (—নানান জটিলতা, গল্পটোৰ সকলো খুঁটি নাটি আজি আৰু তেওঁৰ মনত নপৰে), এই কাহিনী অসমাপ্ত থাকি যাব। কিন্তু সকলো জানিও, গল্পৰ চৰিত্ৰবোৰে তেওঁলোকৰ নিজ নিজ ভূমিকা খেলি গৈছিল যেন কোনো অনিবাৰ্য্য শক্তিৰ চালনাত.... তাতো ষ্টেছনলৈ সকলো আহিছিল— ঘণ্টা পৰিল, গাৰ্ডে হুইচেল দিলে, সেউজীয়া নিচান জোকাৰিলে, এটা জোকাৰ মাৰি ৰেলখন চলিব আৰম্ভ কৰিলে, শেষ মুহূৰ্তলৈকে ক'ম ক'ম বুলি যিটো কথা নায়কে অতদিনে সাঁচি ৰাখিছিল, সেই কথা তাৰ হঠাৎ সমস্ত গোলমাল হৈ গ'ল, তাৰ গল শুকাই গ'ল, মুখৰ পৰা এটা শব্দ ওলাই নাহিল— তাইহঁতেও গাড়ীৰ কাষে কাষে বেগ দি আগুৱাই আহিছে, ব্যগ্ৰ মুখে কিবা এটা শুনাৰ আশাত তাই তাৰ মুখৰ পিনে চাইছে, যদিও তায়ো জানে এই কেইদিনৰ এই ঘটনাপুঞ্জ ইয়াতে আধৰুৱা থাকি যাব বাধ্য, গোটেই জীৱনটোয়েই যেনেকৈ এটা অসম্পূৰ্ণ প্ৰবাহ.... এনেতে ভাইটিয়ে কৈ উঠিল,— "দাদ, একে দুইয়ে?" নায়কৰ মুখৰ পৰা এটা বিব্ৰত হাঁহি ওলাই আহিল, সি থোকাথুকিকৈ কৈ উঠিল 'তিনি', ভাইটিয়ে প্লেটফৰ্মৰ ওপৰত বেগ দি দি চিঞৰিলে, "তিনি চাৰি"— "সাত"। ট্ৰেইনৰ বেগ বাঢ়িছে, তাইহঁত আহি প্ৰায় প্লেটফৰ্মৰ সীমা পাইছে, সকলোৱে হাত জোকাৰিছে, ভাইটিয়ে প্ৰায় দৌৰি দৌৰি তেওঁৰ খিৰিকীত হাত ধৰি চিঞৰিলে, "সাত আঠ?" "পোন্ধৰ, পোন্ধৰ— ভাইটি আহিলো দেই,"— "পোন্ধৰ যো—" —কিন্তু সেই খেলাটোও আৰু শেষ নহ'ল, ট্ৰেইন প্লেটফৰ্মৰ বাহিৰ ওলাই গৈ এটা বেঁকা ভাঁজ লব ধৰিলে, কাকো আৰু তাৰ চকুত নপৰিল—

কোনে লিখিছিল এই গল্পটো? হায়ৰান— নহয়, নহয়, ৰায়হান— ৰায়হান কি? ৰায়হান কি? কিয়, কিয় সিদিনা এই গল্পটো তেওঁৰ ইমান ভাল লাগিছিল? এই কাৰণেই কি, যে তেতিয়াই তেওঁৰ মনলৈ অস্পষ্ট কোনো ইংগিত আহিছিল ক'ৰবাৰ পৰা, এটা অশান্তিকৰ আৰু অবিশ্বাস্য ইংগিত, যে এয়েই হয়, এয়েই হ'ব, তেওঁৰো জীৱনটো অসমাপ্ত হৈ যাব, সকলো সাফল্য সত্বেও যেনেকৈ অপূৰ্ণ থাকি যায় আমাৰ সকলোৰে জীৱন কোনো নহয় কোনো পিনে? যে তেওঁৰো বিদায় লোৱা নহ'ব, যে জীৱনৰ ঘূৰ্ণীত তেওঁৰো নিজৰ অসম্পূৰ্ণ কাহিনীটো লাহে লাহে অস্পষ্ট হৈ যাব, খুঁটি-নাটিবোৰ আৰু মনত নাথাকিব (বা মনত নথকাৰ চেষ্টা কৰিব), যেনেকৈ তেওঁ আজি কৈছে, "বহুদিন আগতে আৱাহনত ৰায়হান কিবা নামৰ লেখক এজনৰ কিবা নামৰ গল্প এটা পঢ়িছিলোঁ, চব কথা মনত নাই, কিন্তু বেছ ভাল লাগিছিল," কি ভাল লাগিছিল আজি আৰু তেওঁ ক'ব নোৱাৰে। যেনেকৈ হয়তো মানুহে কয়, "বহুদিন আগতে জুনু গোস্বামীৰ এনেকুৱা এনেকুৱা ঘটনা ঘটিছিল, বেচেৰা মানুহজনে আৰু ঘৰ-সংসাৰ নকৰিলে," কেনেকুৱা কেনেকুৱা ঘটনা ঘটিছিল তাৰ খুটি-নাটি মনত পেলোৱাৰ আজি আৰু কাৰো উৎকণ্ঠা নাই, আৰু তেওঁ নিজে তন্ন তন্নকৈ তেওঁৰ বাহিৰৰ জগতৰ খবৰ পঢ়ে.....

জুনু গোস্বামীৰ মনত পৰিল যে কিছুদিন আগেয়ে তেওঁৰ ভাগিনীয়েকৰ প্ৰথম কেচুৱাটো হ'বৰ সময়ত ডাক্তৰ-হস্পিতাল আদি নানা ঝামেলাত তেওঁ তিনি দিন একেলেঠাৰিয়ে খবৰৰ কাগজ পঢ়িব পৰা নাছিল, আৰু ঠিক সেই তিনি দিন পৃথিৱীত একেলেঠাৰিয়ে তিনিটা চাঞ্চল্যকৰ ঘটনা ঘটিছিল : চীনে এটা পৰমাণু বোমা বিস্ফোৰিত কৰিছিল, ইংলেণ্ডত লেবাৰ পাৰ্টি ক্ষমতালৈ আহিছিল আৰু ৰুছিয়াত ক্রুশ্চেভ অপসাৰিত হৈছিল। চতুৰ্থ দিনা আটাইবোৰ বাহী কাগজ স্তূপ কৰি লৈ সমস্ত খুটি-নাটি যেন তেওঁ গোগ্ৰাসে গিলি খাইছিল—কোনে কি ক'লে, কাৰ কিমান ভোটৰ ব্যৱধান, বিভিন্ন কিয় আৰু বিভিন্ন কেনেকৈ, কোনে কাৰ বিবৃতি অস্বীকাৰ কৰিলে, কোন নেতাৰ কি প্ৰতিক্ৰিয়া— যেন প্ৰতিটো দৃষ্টিভংগী, প্ৰতিটো পৰিসংখ্যা, প্ৰতিটো বিবৃতি মূৰত ঠাহ খুৱাই নললে সাংঘাতিক কাণ্ড হৈ যাব....অথচ আজি সেই সকলোবোৰৰ কোনো এটা বাক্য কোনো এটা সংখ্যা তেওঁৰ মনত নাই, মাথো ক'ব পাৰে এনেকুৱা এনেকুৱা তিনিটা ঘটনা ঘটিছিল.... কেতিয়া তেওঁৰ চকু মুদ খাই আহিছিল তেওঁ ক'ব নোৱাৰে, হঠাৎ এটা জোকাৰ খাই সাৰ পাই উঠি দেখিলে, তেওঁৰ মূৰৰ ওপৰৰ লাইটটো কোনে এসময়ত নুমাই দিছে, কামৰাৰ মূৰত মাথোঁ নীলা বাল্‌ব্‌টো ট-ট-কৈ জ্বলিছে আৰু তেওঁৰ আধাপঢ়া খবৰৰ কাগজ দুখন কেতিয়া তেওঁৰ হাতৰ পৰা মজিয়াত সৰি পৰিছে.... ল'ৰা দুজন টোপনি গৈছে, মাৰোৱাৰী মহিলা

গৰাকী তেতিয়াও বহি বহি কোঠালিৰ আন্দোলনৰ লগে লগে বৈ বৈ ঢুলিছে। ট্ৰেঞ্জিষ্টৰটো কোন সময়ত বন্ধ হৈ গৈছে, ট্ৰেইনৰ একটানা আৱাজৰ মাজে মাজে তেওঁ ধৰিব পাৰিলে মাৰোৱাৰীজনে (আৰু তেঁওৰ পিছ পিনৰ বাৰ্থত কোনোবাই) নাক ডাকিছে, ফেনকেইখন সমানে শ্বাঁ শ্বাঁ কৰি ঘুৰিছে, আৰু মাৰোৱাৰী মহিলাৰ লোটাটো বাংকৰ খুটাত ধাক্কা খাই খাই একেবাৰ টুং টুং কৈ শব্দ কৰি উঠিছে, তাৰ উজ্জ্বল অংশত ফিকা নীলা পোহৰ পৰি অস্বাভাৱিকভাৱে চিক্‌মিক্ কৰিছে... কাগজ দুখন তেওঁ আৰু তুলি ল'বৰ চেষ্টা নকৰিলে, তেওঁ আকৌ চকু মুদিলে.... একঘেয়ে শব্দৰ ছন্দ মাজে মাজে পৰিবৰ্তিত হৈছে, দ্ৰুততৰ বা গুৰুগম্ভীৰ, হয়তো এখন দলং, হয়তো এটা সুৰংগ, মাজে মাজে অকস্মাৎ এটা গৰম বতাহৰ ঝাপ্‌টাৰে দীঘল উকি দি একোখন ট্ৰেইন তেওঁৰ খিৰিকীৰ কাষেৰে পাৰ হৈ গ'ল ঘট্‌ঘট্ ঘট্‌ঘট্ কৰি দ্ৰুতবেগে, আৰু মাজে মাজে তেঁওৰ ক্লিষ্ট মুখৰ ওপৰত শাৰী শাৰী আলোকিত খিৰিকীৰ পোহৰ খেলি খেলি গ'ল বুলি তেওঁ বুজিব পাৰিলে, আৰু তেওঁ ভাবিলে, এই ল'ৰাটো, ইমান তৰুণ, ইমান ব্যগ্ৰ উৎসাহ, ইমান নিশ্চয়তা লৈ ভাবিছে যে ষ্টেশ্যনৰ সেই দৃশ্যটো সি জীৱনত নাপাহৰে, প্ৰতিটো ক্ষুদ্ৰ ভঙ্গীমা প্ৰতিটো সাধাৰণ কথা তাৰ চিৰজীৱন মনত স্পষ্ট হৈ থাকিব, যেন জীৱনটো এটা বিন্দুত বৈ থাকিব চিৰজীৱন, ইমান সৰল বিশ্বাস... আৰু কেতিয়া তেওঁৰ ক্লান্ত চকু পুনৰ মুদ খাই আহিল তেওঁ ক'ব নোৱাৰিলে, হঠ্যাৎ এটা গোলমাল আৰু ট্ৰেইনৰ উকিত সাৰ পাই তেওঁ এটা চকু মেলি খিৰিকীৰে মুখ বঢ়াই দেখিলে কেইবাটাও প্লেটফৰ্মৰ ঘড়ী আৰু শাৰী শাৰী টিউব লাইট তেওঁৰ পিনে আগুৱাই আহিছে, আৰু বহু মানুহৰ ঠেলা-হেঁচা আৰু ট্ৰেইনৰ গতিবেগ হ্ৰাস হৈ আহিছে আৰু প্লেটফৰ্মত জুম জুম মানুহে উত্তেজিত কণ্ঠে কাজিয়া কৰিছে, আৰু তেওঁ অনুমান কৰিলে যে ট্ৰেইন সম্ভৱতঃ উত্তৰ-বঙ্গৰ কোনো এটা ষ্টেশ্যনত প্ৰৱেশ কৰিছে। ❑

# ড° প্ৰণৱ জ্যোতি ডেকা

## সোধা নহ'ল

"কেনে খবৰ?"

"বেয়া নহয়।"

"বৰ ফুৰ্তি নহয় বিয়া কৰাই?"

"ইঃ, কিনো ফুৰ্তি হব, বিয়া সকলোৱে কৰায়।"

"একেবাৰে ন কইনাজনী হৈ সাজি-কাজি ওলাইছা দেখোন। ক'ৰবালৈ যাবলৈ ওলাইছা নেকি তেখেতৰ লগত?"

"আমাৰ ডাঙৰ বাইদেউৰ সৰু ল'ৰাটোৰ আজি ভাত মুখত দিবতো, তাকে কিবা বি[illegible]নিব গৈছে। অথনিয়েই গ'ল, এতিয়াও অহা নাই। কিয় যে ইমান দেৰি লগাইছে?"

'আৰু তুমি ইপিনে ছট্‌ফটাই আছা। বৰ মৰম কৰে নহয়?"

"কৰিবতো মৰম, সকলোৱেতো আৰু....." ("আপোনাৰ দৰে নহয়' বুলি ক'ব খুজিছিল নেকি?)।

"কেতিয়াবা তোমাৰ তেখেতক লৈ আমাৰ পিনে পাক এটা মাৰিবাচোন। আয়ে ভাল পাব।"

"এই ফুৰাই কাম হৈছে। মাহীদেউ, পেহীদেউ কৰি নিতৌ কাৰোবাৰ ঘৰলৈ যাব লাগে। আমি নগ'লে আকৌ আমাৰ ঘৰলৈয়ে মানুহবোৰ আহি ৰাতি এঘাৰ-বাৰ বজালৈ মেল মাৰি বহি থাকিব। খঙেই উঠে, ৰাতি ইমান যে পলম হৈ যায়।"

"কিহৰ বাবে দেৰি হয়, যে ইমান খং উঠে?"

"যাঃ!"

"কেনে খবৰ?"

"আছোঁ আৰু।"

"ঘৰ সলালা। শহুৰ-শাহুৰ লগত মন নিমিলিল নেকি?"

"শহুৰ-শাহু মানুহ বেয়া নহয়। দেওৰজনে বিয়া কৰালে, ন বোৱাৰীৰ ভেম্ কি? সিপিনে আকৌ তেখেতৰ সৰু ভনীজনীক বিয়া দি উলিয়াই দিলে কি হ'ব, পাঁচোটা ল'ৰা-ছোৱালী লগত লৈ মাকৰ ঘৰতে থাকে বছৰটো। ৰিংকু আৰু বিনীতাৰ বাবে গাখীৰ অকণ নাপাওঁ খুজি খুজি। ইপিনে ক'বলৈ গ'লে, আমাৰ 'তেখেতেই' ঘৰখন পুহি আছে।"

"ৰ'বা, তোমাৰ 'তেখেত' ক'ত?"

"ক'ত পাব 'তেখেতক' লগ? পুৱাৰ পৰা অফিচৰ কাগজ লৈ বহিব। আকৌ অফিচৰ পৰা আহিয়েই, 'কাম আছে' বুলি কৈ ওলাই যে যাব, সেই ৰাতিখনকৈ ঘূৰি আহিব। মইহে জানো কেনেকৈ ঘৰ চলাইছো। ঘৰত বন কৰা ল'ৰা এটা নাই, মানুহজনে দিনৰ দিনটো ঘূৰি ফুৰিব।"

"তথাপি, ৰাতি তো আহে।"

"ৰাতি নাহি ক'লৈ যাব? আপোনালোকৰ মতা মানুহবোৰক সেই এটা বস্তুহে লাগে। ঘৰৰ মানুহজনী বাচকেই বা মৰকেই। সেই এটা বস্তু পালেই হৈ গ'ল।"

"কেনে খবৰ?"

"এই নমৰি জীয়াই আছোঁ।"

"কি নমৰি জীয়াই আছোঁহে? এই ৰাজপ্ৰাসাদ যেন অট্টালিকা। চাকৰ-নোকৰ, ড্ৰাইভাৰ-চকিদাৰ, বৈ বৈ যোৱা সংসাৰ, তুমি আকৌ কোৱা নমৰি জীয়াই আছা'। তোমাৰ তেখেত ক'ত? লগেই নাপাওঁ কেতিয়াও মানুহজনক।"

"ক'ত লগ পাব। ঠিকা ঠিকাকৈ ঘূৰি ফুৰিছে দিনে-ৰাতিয়ে। ময়েই দেখা নাপাওঁ আকৌ, আপুনি ক'ত পাব?"

"চাকৰি এৰিলে কিয়?"

"হিংসা মানুহবোৰৰ। অলপ দিনৰ ভিতৰতে এজন মানুহে ইমানখিনি কৰিলে মানুহৰ চকু পোৰে। মইহে জানো, কিমান কষ্টত তেখেতে এইবোৰ কৰিছে। দিনে-ৰাতি অফিচৰ কাম লৈয়ে থাকে। ঘৰলৈ চাবলৈ সময়েই নাই, এনে এজন মানুহৰ ওপৰত আকৌ ইনকোৱাৰি পাতিছে। ময়েই ক'লো, নালাগে এনে চাকৰি কৰিব। এনে একো বৰ স্বৰ্গত উঠাই থোৱা নাই চৰকাৰে। আমাৰ খাবলৈ জুৰিব।"

"এতিয়া চাকৰি এৰাৰ পিছত ঘৰখন চায় তাৰমানে?"

"ঘৰ চাব, আমাৰ তেখেতে? মানুহজন ক'ত আছে এতিয়া মই তাকেই নাজানো। নগা পাহাৰত কিবা বাট বন্ধা ঠিকা লৈছে হেনো।"

"ল'ৰা-ছোৱালীৰ কি খবৰ?"

"আছে আৰু। ৰিঙ্কুৱে আই.এছ.ছি. পাছ কৰিলে। মই কওঁ ডাক্তৰী পঢ় ডিব্ৰুগড়ত, দেউতাকে কয় ইঞ্জিনিয়াৰিং পঢ়। সি পঢ়িব খোজে বি.এ.। আজিকালি হেনো কিবা আই.এ.এছ. পৰীক্ষা ওলাইছে, আগৰ আই. ছি. এছৰ দৰে। নাজানো সেইবোৰ। বিনীতাই মেট্ৰিকত বেয়া কৰিলে এইবাৰ। আজিকালিতো ছোৱালী কলেজত নপঢ়িলে বিয়াই দিব নোৱাৰি। চাবচোন ভাল ল'ৰা এটা পায়নেকি?

"আচ্ছা, এটা কথা সোধো বেয়া নাপাবা। তোমাৰ 'তেখেতক' লৈ চহৰত মানুহৰ মুখত কিবা এটা কথা উঠিছিল। তুমি বাবেহে সুধিছো। বেয়া নাপাবা, আকৌ এবাৰ কৈছো, কথাটো সোধা বাবে।

"মিছা সেইবোৰ! মানুহে এনেয়ে উলিয়ায় এইবোৰ কথা। 'তেখেত' হেনো সন্ধিয়া দুদিনমান অফিচৰ গাড়ীৰে ছোৱালীজনীক ঘৰত থৈ অহা কোনোবাই দেখিলে, তাৰে পৰাই এই বু-বু ৰা-ৰা। একে অফিচত কাম কৰে, অফিচৰ কামত পলম হ'লে, সন্ধিয়া মাইকী মানুহ এজনীক ঘৰত নমাই নথৈ বাটত এৰি দিব নেকি? মানুহে নিজৰ চকুৰ সমুখৰটোহে দেখে, পিছৰটো নেদেখে। কোন অফিচাৰে কি কৰে, কোন মন্ত্ৰীয়ে কি খায়, তেখেতে কয় নহয় আমাক কেতিয়াবা।"

"কেনে খবৰ?"

"মৰিছো জ্বলা-কলা হৈ। তেখেতে মোৰ ডিঙিত জঞ্জালসোপা আঁৰি গুচি গ'ল। ল'ৰা-ছোৱালীৰতো কোনো কাণসাৰেই নাই। মই মাইকী মানুহজনীয়ে কোন পিনে চম্ভালিম?"

"ৰ'বা, ইমান খং কৰিছা কিয়, কাৰ কি হৈছে?"

"খং নকৰি কি কৰিম? কাৰ সম্পত্তি কোনে খাইছে? মোক মাইকী মানুহজনীক কি লাগে? ৰিঙ্কু হৈছে উকিল, সিপিনে আকৌ কোৰ্ট-কাছাৰী লৰি ফুৰিব লাগে মই। খাৰঘুলিৰ মাটিখিনিত কোনোবাই ঘৰ বান্ধিছে। ইমানবাৰ ক'লো, তাৰ কাণসাৰেই নাই। গাঁৱৰ মাটিৰতো খবৰেই নলয়। মই যাব কোৱাত আকৌ কয়, "নোৱাৰো যাব গাঁৱৰ মানুহৰ কোব খাবলৈ, ধান খুজিব।" ৰিহাবাৰীৰ ঘৰৰ ভাৰা মই নিজে গৈহে আদায় কৰি আনিব লাগে। কেচ-মক্কেলতো নায়েই, দিনৰ দিনটো কাছাৰীত বহি তাচ খেলিব। ঘৰলৈ আহি বোৱাৰীৰ লগত গুজ্ গুজ্, ফুচ্ ফুচ, হাঁহি-খিকিন্দালি। ল'ৰাতকৈ বোৱাৰী আৰু একোব চৰা। আজিকালিৰ, কলেজত পঢ়া ছোৱালীতো, মোৰ মুখৰ আগতে গাই

দিলে, এইবোৰ হেনো কিবা 'দিছনেষ্ট মানি।' মানে সোধাত ক'লে, শহুৰৰ এইবোৰ অসৎভাৱে অৰ্জা পইচা। এইবোৰ হ'ল তহঁতৰ অসৎভাৱে অৰ্জা পইচা! হেৰৌ, তোৰ গিৰিয়েৰে সৎভাৱে যিকেইটা পইচা আৰ্জে, তাৰে দুবেলা দুমুঠি ভাত নেপালিহেঁতেন। ফটা কাপোৰ পিন্ধি ফুৰিব লাগিলহেঁতেন। এতিয়া পৰৰ ধনৰ ওপৰত বৰ ফিতাহিতো মাৰি দেখুৱাইছে। হেৰৌ, কাৰ পইচাৰ জোৰত তোৰ গিৰিয়েৰে গাড়ী দৌৰাইছে? তই নতুন, নতুন শাৰী পিন্ধি পাৰ্টি খাব যাৱ সন্ধিয়া সন্ধিয়া, তোৰ ল'ৰা ডনবস্ক আৰু ছোৱালী কনভেণ্টত পঢ়িছে কাৰ পইচাৰে? ভাগ্যে যেনিবা জোঁৱাই ল'ৰাজনে অলপ-চলপ চাই-চিতি দিয়ে মোক এইবোৰ কামত।"

"তোমাৰ বাৰু 'তেখেতলৈ' মনত নপৰেনে?"

"ক'ত মনত কৰিবৰ সময়ডাল আছে। মৰিছো জ্বলা-কলা হৈ।

"একেবাৰে মনত নপৰে, কেতিয়াও?"

"পুৰা গোসাঁইঘৰত সোমালে মনত পৰে ছবিখন দেখিলে। ভাল বোলে মোৰ ডিঙিত এই জঞ্জালবোৰ আঁৰি গুচি গ'লা।"

"কেনে খবৰ?"

"কণা যমে মোক মাৰি নিনিয়ে। গোটেই গাতেই বিষ, উঠিব নোৱাৰো বিছনাৰ পৰা আজি কিমান দিন। পানী এগিলাচ খুজিলে নাপাওঁ। ঔষধখিনি নিদিয়ে কোনেও সময়মতে। ডাক্তৰ শৰ্মাই কৈছিল ভেলোৰলৈ নিবলৈ। আকৌ সেই ডাক্তৰ চৌধাৰীডালে কৈছে, ডায়েবেটিচৰ ৰোগী, অপাৰেচন কৰোৱাতো ভাল নহ'ব। সি আকৌ ৰিংকুৰ বন্ধু নহয়। দুইজনে বুদ্ধি কৰি এইটো কৰিছে। কিমান ডায়েবেটিচ ৰোগীৰ অপাৰেচন হয় মই নাজানোনেকি? আচলতে মই বুঢ়ী মৰিলে ইহঁত ৰক্ষা পৰে।"

"নাপায় নিজৰ ল'ৰা-ছোৱালীৰ কথা তেনেকৈ ভাবিব। সিহঁতে চাই-চিতি আছে। যিখিনি পাৰে কৰিছে। অসুখটোওটো জটিল।"

"নিজৰ ল'ৰা-ছোৱালী হ'লে কি হ'ব, আটায়ে এই বুঢ়ী মৰালে বাট চাই আছে। ইহঁতৰ দেউতাকে গোটেই সা-সম্পত্তি মোৰ নামত থৈ গৈছিল। এতিয়া ল'ৰা-ছোৱালীয়ে কথা পাতিলে অকল উইলৰ কথাহে উলিয়ায়। বোৱাৰীয়ে অলপ পাকে-প্ৰকাৰন্তে কয়, খাৰঘুলিৰ মাটিখিনি হোনো। দীপু, মানে মোৰ নাতিটোৰ বৰ পচন্দ। সি ডাঙৰ হ'লে তাতে বাংলো বান্ধিব হেনো। জী-জোঁৱাইয়েতো ওঁঠ চেলেকি আছে। মই উইল নকৰাকৈ মৰিলেই ৰক্ষা পায়। সিহঁতৰ ভগাটো ডাঙৰ হব। অকল ল'ৰাটোৰহে

একো নাই, সি কয়, 'তুমি ভাল হ'বা দিয়া মা।' তোৰ মূৰটো ভাল হম মই। মই মৰিলে তাক আটায়ে বাটৰ ভিক্ষাৰী কৰিব। উঃ উঃ উঃ এই বিষটো উঠিব ধৰিছে। এই কম্পাউণ্ডাৰ হাৰামজাদাটোও নাহে সময়মতে ইন্‌জেক্‌শ্যন দিবলৈ। এনেই মৰিলো গোটেই জীৱন জ্বলা-কলা হৈ, এতিয়া মাতি মাতি মানুহ এজন নাপাওঁ।"

ডাক্তৰে মোক কোনো কাৰণতেই, কোনো ৰকমেই বিছনাৰ পৰা উঠিবলৈ হাক দিছিল। তথাপি খবৰ পাই জী আৰু বোৱাৰীৰ গালি খায়ো ওলালো শ্মশানলৈ নাতি ল'ৰাটোক লগত লৈ। অকলে যাবলৈ ভয় লাগে, ক'ৰবাত মূৰ ঘূৰাই পৰি যাওঁ বুলি— উচ্চ ৰক্তচাপ।

বহুবাৰ সুধিছো, 'কেনে খবৰ'? সেইটো এনেয়ে। আচল যিটো প্ৰশ্ন আছিল সোধা নহ'ল। বহুবাৰ সোধো সোধোকৈও মুখত নুফুটিল, "তুমি জানানে, ময়ো তোমাক ভাল পাইছিলো। মই অকণমান সাহস গোটাব পৰাহেঁতেন, তুমি এজন মধ্যবিত্ত অধ্যাপকৰ লগত ঘৰ কৰি সুখী হ'লাহেঁতেন নে জীৱনত?"

আজি সুধিম। ❑

# মহিম বৰা

## দেহা-গৰকা প্ৰেম

পথাৰৰ পৰা আহিয়ে গাটোত চালে-বাৰে একলহ ঢালি ধুই জাৰত কঁপি কঁপি কণা-মুনাকৈ ভাতকিটা গিলি বলোৰামে কাপোৰ পিন্ধাত লাগিল। ঘৈণীয়েকে লৰালৰিকৈ তামোলৰ বটাটো আনি দিলে। সৰু ল'ৰাটোৱে জোতাযোৰ আনি, ফটাকানি এখনেৰে মচি চাফাকৈ আগবঢ়াই দিলে। সৰু ছোৱালীজনীয়ে মাফ্লাৰখন বিচাৰি আনি দিলে। শেষত ঘৈণীয়েকে বাকচ খুলি জাপৰ পৰা এড়ীয়াৰ বৰচাদৰখন আনি কান্ধত পেলাই দিলে। বছৰৰ প্ৰথম জাৰ পৰিছে, কিনকিনীয়া বৰষুণ হৈ ঠাণ্ডাত হাড়লৈকে কঁপাই দিছে।

বাকছত কাহানিবাই ন্যেপ্‌থ'লিন এটা থৈছিল বোধহয়, কাপোৰখনৰ মৃদু গোন্ধ এটা ওলাই বলোৰ মনলৈ আগৰ দিনবিলাকৰ, দহ বছৰৰ আগৰ দিনবিলাকৰ স্মৃতিবোৰ আনি দিলে।

'মই এখন, এড়ীয়াৰ বৰকাপোৰ লগাম ; ক'ত পায় এড়ী-পখিলা এটা আনি দিব।'

'ওঁ, এড়ী পুহি এড়ী উলিয়াই টাকুৰীত সূতা কাটি, এড়ীয়াৰ বৰকাপোৰ বৈ মোক পিন্ধাব নালাগে বাৰু। ঘৰৰ বাকী কাম-বনবিলাককে কৰি আজৰি নাই।'

সচাঁকৈ তাৰ মাক মৰাৰ পিছৰ পৰা গোটেই গৃহস্থীৰ ভাৰ ঘৈণীয়েকৰ ওপৰত পৰিল। আগত বুঢ়ীয়ে ভাতৰ জঞ্জাল মাৰে, ল'ৰা-ছোৱালী ৰাখে, বোৱাৰীয়েকে ঢেঁকী, পানী, পথাৰ-সমাৰ, চোতাল-ঘৰ আদিৰ বাকী সকলো কাম কৰে। এতিয়া এই সকলোবিলাক নিজেই সামৰিব লগা হ'ল। বিয়া কৰোৱা মাত্ৰ পাঁচ বছৰ হৈছিল, ডাঙৰ ল'ৰাটোৰ তিনিবছৰ আৰু দ্বিতীয়টোৰ এবছৰমানহে হৈছিল। গতিকে এড়ী পোহাৰ জঞ্জালটো সি চপাই দিব নুখুজিলে।

কিন্তু 'চফল গাভৰু' ঘৈণীয়েকৰ এলাহ নাই, ভাগৰ নাই। এদিন ক'ৰবালৈ ফুৰিবলৈ গৈ এঘৰৰ পৰা পখিলা দুটা লৈ আহিল। সিহঁতে কণী পাৰিলে, পোৱালি হ'ল, এড়ীপাত খালে, পলুবিলাক পকিল, কলমুনাৰ পাচিত লেটা বান্ধিলে ; এড়ী

চোকোৰা হ'ল, সিজালে, পোকবিলাক আঁতৰ কৰিলে, ফাঁকে ফাঁকে সূতা কাটিলে, দুবছৰৰ মূৰত এড়ী-কাপোৰ হৈ উঠিল। এড়ী-চাদৰ এখন, একোখন গৃহস্থীৰ স্থাৱৰ সম্পত্তিৰ দৰে হৈ পৰে, বেলেগ হ'লে ভাই-ভাগতো কেতিয়াবা বিচাৰে।

"এইখনেই মই দিব পৰা ডাঙৰ সম্পত্তি, ভালদৰে চলাব" —প্ৰথম দিনা তাৰ গাত কাপোৰখন মেৰিয়াই দি ঘৈণীয়েকে কৈছিল।

চৰকাৰী অফিচৰ পিয়ন বলোৰাম। চেঙেলীয়া বয়সতে বাপেকে ভাৰ-ভেটি দি তাক পিয়ন কামত সুমুৱাই দিয়ে। তেতিয়াৰ পৰা আজি বাইশ বছৰ হ'ল এতিয়া হেড্-পিয়ন।

এড়ী-চাদৰখন নাকৰ আগলৈ আনি দুবাৰমান গোন্ধ ল'লে, তাৰ পিছত কাণে-মূৰে মেৰিয়াই কেনিও বতাহ সোমাব নোৱাৰাকৈ লৈ তামোল এখন মুখত ভৰাই 'ওঁহ মই আহো এতিয়া' বুলি সদায়ে ঘৈণীয়েকক কোৱাৰ দৰে কৈ চাইকেলত উঠি নগৰলৈ কোব ল'লে। পাঁচ কিলোমিটাৰ বাট যাওঁতে আধাঘণ্টাৰ ওপৰ লাগিব। বেলিটো ডাৱৰে ঢাকি ধৰাত বেলা কিমান হ'ল উমান কৰিব নোৱাৰিলে।

ফেৰফেৰীয়া বতাহ আৰু কিনকিনীয়া বৰষুণত বলোৰামৰ চাইকেল আগেই বাঢ়িব নোখোজা হ'ল। চুৰিয়াখন অৱশ্যে ভালদৰে কেঞ্চাপোন্ধ মাৰি লৈছে। গৰম হাতদীঘল উলৰ গেঞ্জি এটা জৰাজীৰ্ণ হ'লেও বুকুখনত ঠাণ্ডা নলগাকৈ ৰাখিব পৰা শক্তি তাৰ এতিয়াও আছে। তাৰ ওপৰত এটা চাৰ্ট। চাৰ্টৰ ওপৰত খাকী কোট এটা। কোটটোৱেও যথেষ্ট দিন পৃথিৱীত ঠাণ্ডা উপভোগ কৰিছে। তাৰ ওপৰত এখন ভুটীয়া বেপাৰীৰ পৰা কিনা মাফ্লাৰ, ডিঙিটোত চাৰিপাক মান মেৰিওৱা। তাৰ ওপৰত এড়ীয়াৰ বৰকাপোৰখন কাণে-মূৰে জপটিয়াই এনেভাবে মাৰি লৈছে যে এইসাজ পিন্ধি সহজেই চের্পা দলৰ লগত হিমালয়ত খোজকাঢ়ি ফুৰিব পাৰি। কিন্তু হাত দুখন শিল যেন হৈ নিঃসাৰ হৈছে। চাইকেলৰ হেণ্ডেলৰ মুঠিয়া নথকাত অৱস্থাতো প্ৰায় নিয়ন্ত্ৰণৰ বাহিৰলৈ যাওঁ যাওঁ। চুৰিয়াৰ মাজেদি বতাহবিলাকে খুতৰীয়া গছৰ হুলে বিন্ধাদি বিন্ধিছে। তাত বৰষুণ পৰি ভৰিৰ ফাললৈ তিতি যোৱাত পেডেল মাৰোতে ভৰিত লিপিট খাই টানি টানি ধৰিছে। কেবাবাৰো এখন হাতেৰে এৰুৱাই দিবলগা হোৱাত চাইকেলখনে ভাৰসাম্য ৰাখিব নোৱাৰা অৱস্থা। এবাৰ খঙ উঠি জোৰ দি পেডেল মাৰি দিয়াত সোঁ ভৰিৰ ফালৰ চুৰিয়াৰ অংশটো ফিচিকি গ'ল।

সৰ্বনাশ। গ'ল সেইখন চুৰিয়া। আজি সঁচাকৈয়ে লোকচানৰ দিন তাৰ। আৰু দুবাৰমান ফটাডোখৰত জোৰ পৰিলে অফিচ পাওঁতে গাত চুৰিয়াই নাথাকিব।

কিন্তু উপায় নাই, হয় এখন হাতেৰে চুৰিয়াখন এৰুৱাই যাব লাগিব, নহয় ফাটিবলৈকে এৰি দিব লাগিব।

সেই কাৰণেই পেণ্ট পিন্ধিব লাগে। অফিচৰ চাহাবে সদায় সিহঁতক কৈ আছে, চৰকাৰী পোছাক পিন্ধিবলৈ। এতিয়া পেণ্ট পিন্ধিবলৈও লাগে লাজ, নিপিন্ধিলেও এই জঞ্জাল। আজি যদি পলম হয়, অফিচৰ বৰবাবু, চাহাবৰ কিমান বকনি শুনিব লাগিব।

তাতে বৰবাবুৱে বাঁহৰ জেঙ এগাড়ীৰ কথা কৈ থকা এমাহ হ'ল। চাহাবক লাগে খৰি এগাড়ী। আজি-কালি গছ-গছনিয়ে নাই, খৰি আনো ক'ৰ পৰা। আৰু বাঁহ-তলত সোমাই জেং বিচৰাও জানো কম জঞ্জাল। আজি-কালি আগৰ দৰে জেং পৰি নাথাকে ; তাতে কুঁহিয়াৰ পেৰাৰ সময়ত জেং লাগেই। গতিকে আন মানুহেও আগৰ দৰে জেং নিদিয়ে। বাঁহ-তলত জেং টানোতে কমেও এটা বেলা ক্ষতি। ইপিনে অফিচৰ কামো যোল্ল অনাই পূৰা লাগিব, বেলি হ'লেও বকিব। জেঙৰ দাম দিব এডালত কুৰি পইচা বা পঁচিশ পইচা। দহডাল জেঙত দহটকা পালেহে যদি দিনটোৰ কষ্ট সাৰ্থক। আনক বেচিলে এডালত সত্তৰ-আশী পইচাও পায়। হঠাৎ বলোৰামৰ হাঁহি উঠি গ'ল। এডাল বাঁহৰ জেঙৰ দাম আশী পইচা! কিনো দেশ কিনো হ'ল ঐ, কলি-কাল। তাৰ নিচিনা মানুহ এটাই হেড্-পিয়ন হৈ ছকুৰি-সাত কুৰি ৰূপ দৰমহা পোৱাৰ কথা ভাবিব পাৰিছিল নে! মহাৰাণীৰ টকাৰে এদোন-এমুৰীয়া হ'লহেঁতেন। ......ইপিনেও আকৌ চাওঁ, আগৰ চুৰীয়া এখন গোলাত কিনিবলৈ গ'লে দাম আছিল সত্তৰ পইচা, আশী পইচা। এতিয়া তেনে এখন চুৰীয়াৰ দাম দহ-বাৰ টকা। আগৰ মিঠাতেল এপোৱাৰ দাম আছিল ছ'পইচা-সাত পইচা, এতিয়া একা? মাজতে তিনি টকা/চাৰে তিনি টকা হৈছিল এপোৱাৰ দাম। হৰি হৰি আগৰ গৰু ঘিউ এসেৰৰ দাম!

'চেৰেক'।

গ'ল আকৌ এহাতমান ফাটি।

"গ'ল নে? যা, যা, যাবৰ দিন পৰিছে যেতিয়া যা। ঘৰত দুমুৰি মাৰি তিয়নি কৰি ল'ম। কিন্তু আজিৰ দিনটো বাট চাচোন হেৰ।"

আকৌ এবাৰ হাতেৰে ধৰি টানিবলৈ যাওঁতেই হেণ্ডেলডাল ঘূৰাব নোৱাৰা হ'ল আৰু চাইকেলে লাহে লাহে খাবৈৰ ফালে বাট ল'লে।

তৎক্ষণাৎ দুই হাতেৰে হেণ্ডেল ধৰি পোন কৰি বাঁও ভৰিখন মাটিত নমাই দিলে, কিন্তু সোঁভৰি পেডেলৰ ওপৰতে ৰ'ল। সেই অৱস্থাৰে দুপিয়াই দুপিয়াই কিছুদুৰ যোৱাৰ পিছত চাইকেলখন আৰু ধৰি ৰাখিব নোৱাৰিলে। খাবৈলৈ নামি গৈ চাইকেল কাটি হৈ ৰ'ল। বলোৰামে লগে লগে হাত এৰি দিছিল, মানুহটো ৰাস্তাৰ ওপৰতে ৰ'ল আৰু চুৰিয়াৰ এটা বুজন অংশ পেডেলখনৰ আগটোতে লাগি ৰ'ল।

চাৰিওফালে মানুহ-দুনুহ চাই বলোৰাম লৰালৰিকৈ উঠিল। ৰাস্তাত জমা হৈ থকা পানী এডোঙাত হাতখন ধুই ল'লে। চাইকেলখন বৰ কষ্টেৰে খাবৈৰ পৰা বাটলৈ তুলিলে। তেতিয়াহে মন কৰিলে এড়ী-কাপোৰখনতো অলপ বোকা লাগিল।

সঁচাকৈয়ে আজি তাৰ কোনোবা এটা গ্ৰহ মন্দ। বা গুৰু ক'ৰবাত ভাল। গুৰু ভাল নোহোৱা হ'লে মানুহটোৰে ক'ৰবাত কিবা এটা ঘাইল হ'লহেঁতেন।

অফিচত সদায় খাই থকা গালি আৰু বকনিখিনি হজম কৰি তলতীয়া পিয়নবিলাকক কামৰ দিহা দি বাৰাণ্ডাত বহি লৈ ৰ'দ ল'লে, আৰু একাপ চাহ খালে। কাৰণ এঘণ্টামানৰ পাছত বৰষুণ এৰিছিল আৰু ডাৱৰৰ ফাঁকে ফাঁকে তীব্ৰ ভাবে একোচেৰেঙা ৰ'দ পৰিছিল। ডাৱৰৰ মাজৰ ৰ'দ বৰ চোকা, কিছুসময়ৰ পিছত মাটিৰ পৰা ভাপ ওলাই এটা গপ্‌গপনি গৰম আৰম্ভ হয়। কাপোৰৰ মেৰপাকবিলাক গুচাব পৰা হ'ল। এড়ী-কাপোৰখনৰ বোকা লগা অংশটো ধুবলৈ কলৰ পাৰলৈ গ'ল। ওচৰৰ ইন্সপেক্টৰৰ অফিচত তাৰ খুলশালিয়েক অনিৰাম বোলাটোৱে পিয়ন কাম কৰে। তাক দেখি মাটি আনি কলটো মৰাই কাপোৰৰ বোকা লগা অংশটো ধুলে।

অনিৰামে এড়ী-চাদৰৰ 'হিষ্টৰি'টো জানে। বায়েকৰ যে কিমান হেঁপাহৰ আৰু মৰমৰ বস্তু, কেনেকৈ কামৰ ফাঁকে ফাঁকে সূতা কাটি এড়ী-চাদৰখন বৈছিল, সেই সময়ত ওচৰ-চুবুৰীয়াৰ মুখে মুখে সেই কথাটো আলোচনা হৈছিল। কৰোবাৰ ঘৰলৈ কিবা সকামত যাব লগা হ'লেও হাতত টাকুৰিটো, কাৰোবাৰ লগত কথা পাতিব লগা হ'লেও হাতত টাকুৰিটো, শুবলৈ যাওঁতেও হাতত টাকুৰিটো, মুঠতে টাকুৰিটো হাতত কঁঠাল-এঠা লগাদি লাগি গৈছিল। ওচৰৰ জীয়ৰী-বোৱাৰী, আনকি ডকাল শাহুবোৰেও 'হৰি হৰি' কৰিবলৈ ধৰিছিল।

"কাপোৰখনত কেনেকৈ বোকা লাগিল ভিনিহি?" —কলটো মাৰি মাৰি সুধিলে অনিৰামে।

"নক'বি, আজি কিবা গুৰু ভাল আছিল। মাউৰত মৰা বতৰ এতিয়া দাং খালে। মই অফিচলৈ অহা সময়কণতহে তাৰ মহতালি।"

পেৰাৰ পৰা উলিয়াওঁতে কাপোৰখনৰ গাত যিটো ফুৰফুৰীয়া গোন্ধ আছিল এতিয়া কিনকিনীয়া বৰষুণ লাগি তাৰ পৰা পেলেপা-লগা গোন্ধ এটাহে ওলাবলৈ লৈছে। কলটোৰ পাৰতে এখন জেওৰা আছে, অফিচৰ ফুলনিখনৰ জেওৰা। সেইখিনিতে ৰ'দচেঙো বহলাই পৰিছে। গতিকে কাপোৰখন তাতে মেলি দি খুলশালিয়েকক চকু দিবলৈ সোঁৱৰাই দিলে।

বলোৰাম গৈ নিজৰ অফিচৰ কামত লাগিলগৈ। অনিৰামেও সিহঁতৰ অফিচৰ ফাইল লৈ দৌৰা-দৌৰি আৰম্ভ কৰিলে। বতৰ সম্পূৰ্ণ দঙাত, ৰ'দৰ কোব বেছি হোৱাত এড়ী-চাদৰৰ কথা স্বয়ং বলোৰামেও পাহৰি পেলালে।

আৰু অফিচ ছুটী হোৱাৰ সময়ত এড়ী-চাদৰখন নাই। নাই, নাই, নায়েই আৰু।

অফিচৰ সকলো পিয়নে হুলস্থুলকৈ বিচাৰিলে, বৰবাবুৱে 'আন্দাজ সময়টো'

গণনা কৰিলে, বলোৰামে খুলশালিয়েকক, খুলশালিয়েকে ভিনিহিয়েকক দোষী-দোষী কৰিলে। বৰবাবুৰ গণনামতে তিনিদিনৰ ভিতৰত পালে পাব পাৰে, নাপালে গ'ল্।

বলোৰামে সকলোকে শুনাকৈ সৌকা জৰোৱা বেজ লগাৱ বুলি হুমিয়ালে। শেষত তিনিদিনলৈ বাটচোৱাটোকে সিদ্ধান্ত হ'ল আৰু ঘৰত যেন কোনেও কথাটো নকয় আৰু অনিৰামেও নিজৰ ঘৰত বা এইকেইদিনত বায়েকৰ ওচৰলৈ গ'লেও বায়েকৰ আগত যাতে কথাটো নুলিয়ায়, তাৰ বাবে সাৱধান কৰি দিলে।

অ'ত-ত'ত সন্দেহজনক ঠাইত খবৰ-বিচাৰ কৰি দুই-এঠাইত মঙ্গল চোৱাই বাতি আঠমান বজাত বলোৰাম ঘৰমুৱা হ'ল। গোটেই গাটো তাৰ লাই-সৰিয়হ ফুটা দিছে, গোটেই গাত যেন কোনোবাই, জলকীয়াৰ গুড়িহে সানি দিছে। গাৰ সকলোখিনি তেজ গৈ মূৰত গোট খাইছিলগৈ। আজি-কালি তেনে এখন কাপোৰৰ দাম দুশ-আঢ়ৈশ হ'ব, তাহানিৰ দিনতে তাক ডেৰকুৰিলৈকে দিয়া মানুহ ওলাইছিল।

এবাৰ ভাবিছিল, ক'ৰবাৰ পৰা টকা ধাৰ কৰি তেনে এখন চাদৰ কিনি লৈ যায়। কিন্তু হুবহু তেনে এখন চাদৰ কিনিবলৈ ক'ত পাব? হুবহু পালেও যেনিবা, মাকে জানো নিজৰ সন্তানটোৰ চিন পাহৰে? আন্ধাৰত হাতেৰে ছুঁয়েই ঘৈণীয়েকে কৈ দিব পাৰিব, নিজে বোৱা কাপোৰ হয় নে নহয়। ৰবাৰ টেঙাৰ পঁচা দি টান মুঠিৰে টাঁৰ মৰা এড়ী-চাদৰখন পিঠাৰ দৰে ডাঠ, পানী নসৰকা হৈছিল। যিদিনা কাপোৰখন শালৰ পৰা কাটিছিল, সেইদিনা ঘৰত এখন তোলনী বিয়াৰ সমানে মানুহ হৈছিল। পুৰণা ব্লেড্ এখন যোগাৰ কৰি দহিৰ কাৰণে যথেষ্ট সূতা ৰাখি কাপোৰখন —'এ ৰামকৃষ্ণ, বিচুকৰমী আই, দায়-দোষ নধৰিবা' বুলি-কটাৰ লগে লগে ওচৰত গোটখাই থকা তিৰোতাজুমৰ মাজত কাপোৰখন ছুবলৈ হেতা-ওপৰা লাগিল।

"এইখনেই কাপোৰ। 'পদ্দৰশনিৰ যোইগ্য' কাপোৰ। জিলাৰ বৰচাহাবৰ ওচৰলৈ নিলে এতিয়াই মেডেল দি দিব।"

বলোৰামৰ গাভৰু ঘৈণীয়েকৰ গাটো যেন ফুলৰ চাকি যেন লঘু হৈ পৰিল। পখিলাৰ দৰে দুখন যেন পাখি গাটোত গজি উঠিল। জুৰ বতাহত এই গাঁওখনৰ তামোলৰ পাতবোৰৰ আগে আগে ওপঙি ফুৰিছে গোটেই মানুহজনী, আৰু তলৰ পৰা ল'ৰা-ছোৱালী-বোৱাৰী সকলোৱে হাত চাপৰি বজাই চিঞৰিছে, বাঃ বাঃ দিছে। গিৰিয়েকজনে কাপোৰখন লৈ যেতিয়া অফিচলৈ ওলাই গৈছে, সকলোৱে কাপোৰখনকে বেঢ়ি চাইছে— 'আৰু তোৰ ঘৈণীয়েক কম কাজী নহয় দেই' —নানা শলাগনি দিছে। স্বয়ং জিলাৰ বৰচাহাবে বাটত তেওঁক দেখি মটৰ ৰখাই সুধিছে, 'কোনে বৈছিল এইখন কাপোৰ?'

'হজোৰ বন্দীৰ পৰিয়ালে হজোৰ।'

'লৈ যা এইটো মেডেল, আৰু দহ টকা বকচিচ্।' ঘৈণীয়েকে এদিন সঁচা-

সঁচিকৈয়ে এইখিনি কল্পনাৰ কথা তাক কৈছিল— যিদিনা প্ৰথম কাপোৰখন তাৰ গাত দিলে, সেইদিনা ৰাতি।

মনত পৰিলেই তাৰ শব্দ কৰি হাঁহি উঠে আৰু মনৰ দুখৰ মাজতো মাজবাটতে তাৰ হাঁহি উঠি গ'ল। সেইদিনা সি কোমল বয়সীয়া সৰল মনৰ ঘৈণীয়েকজনীৰ মনটো বুজিব পাৰিছিল। বাহিৰৰ সংসাৰৰ আওভাও তেতিয়াও যেনেকৈ মানুহজনীয়ে নাপালে, এতিয়াও গিৰিয়েক, ল'ৰা-ছোৱালী আৰু ঘৰৰ শেষ নোহোৱা কামেৰেই জীৱনৰ সৰহভাগ পাৰ হৈ গ'ল। কাপোৰখন দেখি তাৰ অফিচৰ চুপাৰিন্‌টেন্ চাহাবে তাক সুধিছিল, 'আৰু এখন কাপোৰ বৈ দিব নোৱাৰে নে, একুৰি টকা দিম?'

বৰবাবুৱে কৈছিল, 'পঁচিশটা টকা দিওঁ, দি দে মোক। তই এখন বোৱাই ল'বি।'

এই মানুহবিলাকে নাজানে নে নজনাৰ ভাও ধৰে? এখন এড়ীয়াৰ বৰকাপোৰ বোৱা কি কাম ইহঁতে ভাবিবই নোৱাৰে। অফিচত কলমটো ঘূৰাই এপাচি দৰমহা নিয়ে মাহেকটোৰ মূৰত। আৰু যেনিবা এশটকাই দিলে, সি বিক্ৰী কৰিবই বা কিয়?

এমাহলৈ সেই মানুহজনীৰ গাৰ বিষ, হাতৰ, বাউসিৰ, বৌখা দুচটাৰ বিষ হৈছিল. কচুঠোৰৰ জাল খাব লগা হৈছিল।

ঘৰ যেতিয়া পায়গৈ, সকলোৱে তাক বেঢ়ি ধৰিলে। ইটো-সিটোৰ ছলতে ঘৈণীয়েকে কেবাবাৰো পদূলিলৈ অহা-যোৱা কৰি আছিল। কাৰণ ৰাতিপুৱাৰ পৰা সোঁচকুটো নাচি আছিল, তিৰোতাৰ সোঁচকু নচা বেয়া। সোঁহাতৰ তলুৱাখনো মাজে মাজে খজুৱাই আছে। কেইবাদিনো। সোঁহাতৰ তলুৱা খজুৱালে ধন যায়, বাঁওহাতৰ তলুৱা খজুৱালে ধন আহে। মানুহে কয়। ভালটো নঘটে, কিন্তু বেয়াবোৰ ফলিয়ায়। আজি-কালি যিহে মটৰৰ কোব, ড্ৰাইভাৰবিলাকে মানুহৰ গাৰ ওপৰতে উঠাব খোজে। দিনে দিনে নতুন একোটা ঘটনাৰ কথা কাণত পৰে।

মনৰ কথা কাকো বেকত নকৰি অশান্তিৰে দিনটো পাৰ কৰিলে ঘৈণীয়েকে। আবেলিৰ পৰা ঘৰৰ বনতো মন নবহা হ'ল। ল'ৰা-ছোৱালী কেইটাই মাজতে কোঢ়াল লগাই দবৰা-দবৰি কৰাত সিহঁতক উধাই-মুধাই বকিলে। গিৰিয়েক আহি চৌতালত চাইকেলৰ পৰা নমাৰ লগে লগেই মানুহজনীৰ বুকুখন শাঁত পৰিল।

"ইমান দেৰি হ'ল কিয়? মানুহ শুই নিঃপালি দিলে।"

"তহঁতে কি বুজিবি, চৰকাৰী কামৰ লেঠা। হেড্‌-পিয়নৰ সন্মান যেনেকুৱা, দায়িত্বও জানো কম বুলিছ? গোটেই অফিচটো মোৰ মূৰৰ ওপৰত।" —চাইকেলখন ভিতৰলৈ আনি বেৰত আঁউজাই গেঁথাই গেঁথাই কথাকিটা ক'লে।

"কাপোৰখন কি হ'ল? জাৰত কোঁচখাই যে আহিব লগা হ'ল? কাপোৰ ক'ত এৰিলে?"

"ৰ'চোন, মই মানুহটো আহি থিয় দিবলৈ পোৱাই নাই, তাইৰ কাপোৰৰ কথাহে আগ। অনিৰামে ক'লে, ভিনিহি ময়ে নিওঁ আজি কাপোৰখন। সি জাৰ পাইছে। মোৰ তেওঁ চুৱেটাৰ আৰু কোটটোৱে জাৰ মাৰিব।"

"সি চেঙেলীয়া ল'ৰাটোৱে জাৰ সহিব নোৱাৰে, সেই বুঢ়া মানুহটোক জাৰত কঁপাই কঁপাই পঠিয়াই দিছে।" —হাতত চাকিটো লৈ ভোৰভোৰাই ঘৈণীয়েক পাকঘৰলৈ সোমাই গ'ল।

এই এড়ীয়াৰ কাপোৰখন আনকি নিজৰ ভায়েকটোৱে ল'ব, সেই কথাও সহ্য নহ'ল ঘৈণীয়েকৰ।

ইমান খাপ্ খোৱাকৈ যে মিছা কথা এটা কৈ দিব পাৰিব, এই কথা বলোৰামে এক মুহূৰ্ত্তৰ আগলৈকে ভাবিব পৰা নাছিল। এতিয়া গাটো লঘু লাগি গ'ল, মুখৰ গোমোৰা ভাবটো গৈ হাঁহি এটাও বাহিৰ ওলাল।

কাপোৰ-কানি সলাই গৰম পানীৰে গা ধুই ভাতৰ পাতত বহিল। কিন্তু দুগৰাহমান ভাত খোৱাৰ পিছতে আকৌ বুকুখন গধুৰ হৈ পৰিল। মনৰ লঘুভাবটো নাইকিয়া হ'ল। কাইলৈ কি বুলি ক'ব? পৰহিলৈ একা? পেটলৈ যেন ভাত আৰু নাযায়। জোৰ কৰি দুগৰাহমান খাই মুখ ধুবলৈ উঠি গ'ল।

"ভাত দেখোন তেনেই এৰিলে?"

ঘৈণীয়েকৰ মুখলৈ চাবলৈ সি এই প্ৰথমবাৰ ঘৈণীয়েকৰ মুখলৈ ভয় কৰিলে।

বটাৰ পৰা তামোল এখন লৈ ক'লে, "অফিচত টি পাৰ্টি খালোঁ, বাৰুকৈয়ে খোৱা হ'ল আজি। চাহাবে দিছিল।"

"টি পাৰ্টি থাকিলে ঘৰত কৈ যাব লাগে, ভাতগাল ৰান্ধি নমৰিলোহেঁতেন নহয়। ইহঁতক কড়াই পিঠাগুড়ি এমুঠি দিয়ে থৈ দিলোহেঁতেন।"

দুটা দিন পাৰ হ'ল অসম্ভৱ যন্ত্ৰণাৰ মাজেদি। ঘৈণীয়েকক ফাঁকি দি আৰু কিমান ৰাখিব। "অনিৰাম আজি অহাই নাই" বুলি কৈ দ্বিতীয় দিনটো গ'ল। গণনামতেও তিনিদিনৰ পিছত আৰু নাপায়।

চতুৰ্থ দিনা সি চাইকেলখনৰ কিবা এটা ভাল কৰিবলৈ চিনাকি চাইকেল দোকানীটোক দিলে আৰু ইচ্ছা কৰিয়ে খোজকাঢ়ি ঘৰ পালেগৈ ৰাতি নমান সজাত। আকৌ ঘৰত সেই চিন্তা-ভাবনা। অৱশ্যে ঘৈণীয়েকৰ আজি মনৰ ইচাট্-বিচাট্ নাই বা কোনো অমঙ্গলৰ আশঙ্কাও কৰা নাই। তথাপি আজি কেইদিনমানৰ পৰা মানুহজনৰ মতি-গতিটো বেলেগ যেন লাগিছে। কিবা এটা যেন ভাবি থাকে, দুবাৰ-তিনিবাৰ মাতিলেহে এবাৰ গুজুপ্ কৰে মাত দিয়ে। হওঁক চৰকাৰী কামৰ লেঠা, অলপ ভুল-চুক হ'লেই চিধা 'বগাঘৰ'। তিৰোতা মানুহে এইবিলাকৰ আওভাও একো নাপায়। যি

নহওক মানুহজনক অলপ আদৰ-যত্ন বেছিকৈ ল'ব লগা হৈছে। দিনটো বাহিৰতে, ৰাতি কিউঁাৰ টোপনিত, এক আযাৰ সুখ-দুখৰ কথা পাতিবৰ সময় নাই। তাতে ল'ৰা-ছোৱালী ডাঙৰ হ'ল, সিহঁতৰ আগত কথা পাতিবলৈও লাজ লাগে।

হেলাই-হেপাই বলোৰাম ওলালহি ; এড়ী-কাপোৰ নায়েই, এইবাৰ চাইকেলখনো নাই। ভাগ্যে যোৱা দুদিন জাৰটো কমিছে, বতৰ খৰাং হৈছে। "চাইকেলখন আকৌ কি কৰিলে? এড়ী-চাদৰৰ দৰেই কাৰোবাক দান দি আহিল নেকি?"

"ৰ'বি ৰ'বি মানুহটো থিয় দিছোঁহে, চিধা চাইকেলখন। মানুহটো যে সশৰীৰে ওলাইছোঁহি তাকে পৰম ভাইগ বুলি ধৰি ল'বিচোন।"

ঘৈণীয়েকৰ বুকুখন ধৰ্মৰাই উঠিল। কিবা এটা 'এচিডেণ্ট' নিশ্চয় হৈছে। ভাললৈ ভাদত ক'লী গাইজনী জগা নাই, নহ'লে সিদিনা সোঁচকু নাচিব কিয়? মুখেৰে একো নামাতি গিৰিয়েকৰ পিছে পিছে গৈ গৰম-পানী, গামোচা-চুৰিয়া দিয়াৰ ব্যৱস্থা কৰি ৰান্ধনি ঘৰত সোমাল।

খাই-বৈ, মজিয়া-আখল অঁতোৱাৰ পিছতো দেখে যে গিৰিয়েক শুবলৈ যোৱা নাই, মুঢ়া এটাতে মূৰ-খমাই বহি আছে। চাকিটো মাটিত থৈ দুখৰী-পীৰা এখন টানি ওচৰতে তামোলৰ বটাটো আগত লৈ ঘৈণীয়েক বহিল। "কি হ'ল, 'এচিক্‌ডেণ্ট্-ফেচিক্‌ছেণ্ট্' হ'ল নেকি? মোৰ সোঁচকুটো সিদিনা নাচি আছিল, মনটো ইচাট্-বিচাট্ লাগি আছে।" বহি লৈ ঘৈণীয়েকে ক'লে।

"হুঃ" —বুলি হুমুনিয়াহ এটা কাঢ়ি বলোৰামে আঁঠু দুটাৰ ওপৰত হাত দুখন থৈ, থুঁতৰিটো হাতৰ ঠাৰিৰ ওপৰত তুলি আনফালে চাই ৰ'ল। এইবাৰো তাৰ ঘৈণীয়েকৰ মুখলৈ চাবলৈ সাহসে নুকুলালে। যদিও সমাজত চিৰকাল পুৰুষেই আধিপত্য চলাই আহিছে, তথাপি একোটা সময় আহে, নিজৰ তিৰোতাজনীৰ আগতে থিয় দিবলৈকে সাহ নহয়। বৰবাবু, 'চুপাৰিণ্ট'ৰ ৰঙা চকু, বকনিলৈ বলোৰামে কেৰেপ কৰা নাই। এবাৰ প্ৰায় চাকৰি যোৱাৰ অৱস্থা, তথাপি তাৰ ইমান ভয় লগা নাছিল। সি তেনে একো অপৰাধ কৰা নাই, নিজৰ বস্তু নিজে হেৰুৱাইছে, তথাপি সত্য কথাটো ক'বলৈ সাহ হোৱা নাই কিয়?"

ঘৈণীয়েকে মুখখন আধামেলা কৰি তালৈ চাই ৰ'ল।

সি এটা এটাকৈ কৈ গ'ল, এড়ী-চাদৰখন ওপৰতে পেলাই লৈ চাইকেলত আহি আছোঁ। তিনি আলিটো পাৰ হ'বলৈ চাইকেলখন ঘূৰাইছোঁ। আহিল সিফালৰ পৰা ফাষ্ট্ ক্লাচ্ এখন, যেন ধুমুহা এজাক। চাইকেলখন আকৌ ঘূৰাই দিলোঁ। আহিল সিফালৰ পৰা হুৰহুৰাই এখন 'ডিজেল ট্ৰাক'। চাইকেলখন খাৰৈলৈ পোনাই দিলোঁহে, খুন্দা মাৰিলেই। খুন্দাটো অৱশ্যে ভালদৰে নালাগিল। নালাগিল যদিনো, কৰ্ফাল খাই

চাইকেল গৈ এখাৰে হ'ল। ভাগ্যে জাঁপমাৰি দিলোঁ। জাঁপমাৰি দিলোঁহে হয়, গাৰ এড়ী-চাদৰখন গৈ মটৰৰ চকাত সোমালগৈ। তেনেই টানি-মোহাৰি বুন্দামাৰ.........

কথাখিনি শেষ হ'বলৈ নাপালে। মানুহজনীয়ে জাঁপমাৰি বলোৰামক সাৱটি ধৰি ঠক্‌ঠক্ কৰি কঁপিবলৈ ধৰিলে।

"ঐ মোৰ ঈশ্বৰ" —চেপা চিঞৰ এটা মাত্ৰ মুখৰ পৰা ওলাল।

ল'ৰা-ছোৱালী সকলো শুইছিল। চিঞৰটো কোনেও নুশুনিলে। বলোৰামে মানুহজনীক দুই হাতেৰে সাৱটি আকৌ পীৰাত বহুৱাই দি ক'লে, অধৈৰ্য নহ'বি। ঈশ্বৰে এনেকৈয়ে ৰক্ষা কৰিব। ভাবিলোঁ চাদৰখনতকৈ মানুহটো যোৱা হ'লেই ভাল আছিল। তেহে চাইকেলখন ওচৰৰ মিস্ত্ৰীৰ দোকানত দি মানুহটো গুচি আহিছোঁ।"

"উস্ মোৰ পৰম প্ৰভুৱে ৰাখিলে ঐ। নালাগে মোক এড়ী-কাপোৰ ঐ। মোক সূতা আনি দিলে, আকৌ এখন বৈ দিম ঐ। মানুহটো গ'লে মানুহ এটা জানো সাজি ল'ব পাৰি?"

আকৌ জাঁপমাৰি গৈ ঘৈণীয়েকে আলফুলকৈ বলোৰামক সাৱটি ধৰিলে, ঠিক এড়ীয়াৰ কাপোৰখনৰ দৰেই।

বলোৰামৰ মুহূৰ্ততে ভাব হ'ল যেন সঁচাকৈয়ে সি মৃত্যুৰ মুখৰ পৰা উঠি আহিছে। জীৱনৰ নতুন বৰকাপোৰ এখনে যেন তাক আলফুলকৈ আৱৰি পেলাইছে। জপা-গৰকা আচল এড়ী-কাপোৰখন হেৰোৱা নাই তাৰ, সেইখনেই তাৰ দেহৰ ভিতৰ-বাহিৰ গৰকি পেলাইছে। ❑

# নিৰুপমা বৰগোহাঞি

## ৰাণু-বিনুৰ প্ৰেম-অপ্ৰেম

প্ৰমীলাহঁত ঘৰত নাই। পূজাৰ বজাৰ কৰিবলৈ গৈছে। ৰাণু উভতিব খুজিছিল্ল। দুৱাৰমুখ পাওঁতেই কিন্তু লগ পালে প্ৰমীলাহঁতক। পূজাৰ বজাৰ শেষ কৰি উভতিছে। সিহঁতে আকৌ ঘূৰাই লৈ যায় তাইক। কি কি কাপোৰ কিনিলে অন্ততঃ চাই যাওকচোন।

এবিধ এবিধকৈ কাপোৰবোৰ দেখুৱালে। "এইটো বুলিৰ, এইটো অমিয়াৰ" ইত্যাদি। ওচৰতে বৈ থকা বায়েকৰ ল'ৰা দীপকৰ ফালে চাই প্ৰমীলাই ক'লে— "এই চাৰ্টৰ কাপোৰটো তাৰ কাৰণে নুশুৱাবনে বাৰু ৰাণু? মই পচন্দ কৰিছোঁ।"

প্ৰমীলাৰ বায়েকহঁত আহিছে। ল'ৰা-ছোৱালীৰে ঘৰ ভৰি পৰিছে। পূজাৰ আনন্দ যেন এতিয়াৰ পৰাই লাগিছে সিহঁতৰ ঘৰত।

নতুন কাপোৰ, হাঁহি-স্ফূৰ্তি, হৈ-হুলস্থূল। চাই চাই কিন্তু কলেজত পঢ়া ডাঙৰ ছোৱালী ৰাণুৰ চকু চলচলীয়া হৈ উঠে। তাইৰোতো বায়েক আছে, তাইৰো আছে ভাগিনহঁত— এতিয়া এই সময়ত হয়তো বুবুলে মাকক অতিষ্ঠ কৰি তুলিছে ভোক লগা বুলি, অনিয়ে চিঞৰিছে মাখনে মৰা বুলি, আৰু কোলাৰ কেঁচুৱাটোৱে চিঞৰত গগন ফালিছে। সেইবোৰৰ মাজত ৰুগ্ন বায়েকজনী। পূজাৰ আনন্দ?

বায়েক বিনুক নিৰ্বাসন দি আহিছে ৰাণুৱে। নিৰ্বাসনৰ বাহিৰে যোগ্য শব্দ বিচাৰি নেপাইছিল তাই।

দুবছৰৰ মূৰত বিনু আহিছিল সিহঁতৰ ঘৰলৈ—। লক্ষীমপুৰত থাকে, অহা-যোৱাৰ অসুবিধা। তাতে ইহঁত থাকে অসমৰ ইমূৰে। এইবাৰ আহিল, কাৰণ ৰাণুৰ ভিনিহিয়েক বদলি হৈছে। সিহঁত থকা নগৰখন এৰায়ো আৰু কিছু দূৰলৈ। ভিনিহিয়েক গ'লেই। ঘৰ-চৰ ঠিক হ'লে লৈ যাবহি বিনুহঁতক।

দুবছৰৰ মূৰত লগালগি। মাত্ৰ এবছৰ বয়সৰ পাৰ্থক্যৰে বাই-ভনী দুজনীৰ সুখৰ-দুখৰ কথাৰ ওৰ পৰিবই নোখোজে। দুবছৰৰ জমা কথা। চিঠি আহে অৱশ্যে— কিন্তু নিজে লগ পাই কথা পতাৰ আগত তাৰ মূল্য তুচ্ছ।

বহুত ৰাতিলৈ কথা হ'ল দুয়োৰো। বিনুয়েই কয় অৱশ্যে বেছি। এনেকুৱাই হয় সদায়। বায়েক হ'লৈও দেখাতো তাই ৰাণুতকৈ সৰু, মনেৰেও যেন, পঢ়াতো, ৰাণুতো স্কুলীয়া ডেওনাখন পাৰ হৈ আহিছে, বিনুৰ যে নৱমমানতে বিয়া হৈ গৈছিল।

বহুত দুখৰ কথাৰে বিনুৰ হিয়া গধুৰ হৈ থাকে। মনৰ কথাযে কাৰোবাৰ আগত কৈ অলপ অন্তৰ পাতলাব, তাৰ উপায়ো নাই। কোনেও যেন কাৰো কথা শুনিব নোখোজে, সকলো যেন নিজৰ দুখৰ কথা ক'বলৈয়ে ব্যগ্ৰ। বিনুজনীৰ দুখৰ কথা যে কোনেও শুনিব নোখোজে। অতি আপোনজন-গিৰিয়েকেও বিশেষ মন-কাণ নিদিয়ে। নিজৰ কষ্ট লৈয়ে ব্যস্ত। সেই বাবে বিনুৱে ৰাণুক বৰ ভাল পায়। একমাত্ৰ ৰাণুয়েই তাইৰ কথা মনোযোগেৰে ভাবে, দুখত সঁচায়ে দুখ অনুভৱ কৰে, নানা উপায়েৰে বায়েকক যিখিনি পাৰে আনন্দ দিবলৈ যত্ন কৰে। অন্ততঃ ৰাণুৰ সম্বন্ধে বিনুৰ ধাৰণা এয়ে।

ৰাতি ক্ৰমে বাঢ়ে। কেঁচুৱাটো কান্দি কান্দি টোপনি যায়। বিনুৰ কথা শেষ হ'ব নোখোজে। কত কষ্ট তাইৰ। নিজৰ নানা বেমাৰ, ল'ৰা-ছোৱালী কেইটাৰ ইমান আমনি, সকলোতকৈ কষ্টকৰ-গিৰিয়েকৰ সতে যে একেবাৰেই মত নিমিলে কোনো বিষয়তে। বিনুৰ হেনো এইটোৱেই আটাইতকৈ দুখ। তাইৰতো মৰমেই লাগি যায় বায়েকজনীলৈ— তাইলৈ লিখা চিঠিবোৰত যেতিয়া লিখে, ৰাণুৱে যেন জীৱনত কেতিয়াও ভুল নকৰে বিনুৰ দৰে, তাই যেন বিয়া কৰালে নিজে পচন্দ কৰিহে কৰে।

"সঁচায়ে ৰাণু, কেঁচুৱাটো আৰু অলপ ডাঙৰ হ'লে মই কিবা এটা কৰিমেই। এনেকৈ আৰু নেথাকো। এনেকৈ জীৱন কটোৱা আৰু অসম্ভৱ!" দুখৰ আবেশত বিনুৰ মাত থোকাথুকি হৈ যায়।

বিনুৰ এই দুখৰ সুৰৰ কথাত কিন্তু ৰাণু অভ্যস্ত হৈ গৈছে। আজিতো নহয়, বিয়াৰ পিছৰে পৰা বিনুৱে জীৱনটোক তিক্তমুখে অভিশাপ দি আহিছে। তাইলৈ লিখা চিঠিবোৰৰ পাতে পাতে, আৰু লগ পালে কথাৰ মাজে মাজে। ৰাণুৰ দুখ লাগে বায়েকজনীলৈ। কিন্তু তথাপি তাইৰ এইটোও ধাৰণা যে আলাসত উঠা মাক-বাপেকৰ বৰজীয়েক বিনুৱে অলপ কষ্টত পৰি এতিয়া বিক্ষুব্ধ হৈ উঠিছে খুব বেছি। কোনোৰকমে স্বীকাৰ কৰি লব পৰা নাই এই নতুন জীৱনটোক। নিজৰ দুখকে বৰ বেছি বুলি ভাবে। সেয়ে বিনুৰ এই ধৰণৰ কথাই খুব বিচলিতও কৰিব নোৱাৰে ৰাণুক।

তথাপি, দুখ লাগে আৰু। তাতে এয়াতো আৰু চিঠিৰ ভাষা নহয়, বিনুৰ নিজ মুখৰ দুখৰ সুৰ। শুই থকা কেঁচুৱাটোৰ গাত ধীৰে ধীৰে হাত বুলাই মৰমৰ কোমল মাতেৰে ৰাণুৱে কয়— "জীৱনত যি অৱস্থাতে পৰা যায়, তাক সহজভাৱে মানি ল'বলৈ চেষ্টা কৰাই ভাল অ' বিনু। বিশেষকৈ যিবোৰৰ প্ৰতিকাৰ কৰাৰ উপায় আমাৰ

কোনোকালেই কোনো ৰকমে নাই, তাক মানি লোৱাৰ বাহিৰে বোধহয় জগতত আৰু একো ভাল পথ নাই। তেনেহ'লে যে সেই দুখৰ প্ৰতিকাৰ নহে আৰু বেছি দুখহে পোৱা যায়। আৰু তোৰেইতো অকল দুখ নহয় সংসাৰত। এই পৃথিৱীখনত কাৰ যে কত ফালৰ কি ধৰণৰ কত দুখ! ভাবিবৰ চেষ্টা কৰিবিচোন বিনু, তোতকৈও বহুত বেছি দুখ আছে বহুতৰ। বুইছ বিনু, নিজৰ দুখৰ কথা মনলৈ আহিলে, বহুত সময়ত বোধহয় তেনেকৈ ভাবিয়ে সান্ত্বনা ল'ব পাৰি।"

এনে আৰু বহুত কথা কৈ যায় ৰাণুয়ে। "ৰিলেটিভিটি"ক জীৱনৰ সহজ সত্যতাৰে বুজাবৰ যত্ন কৰে। বুদ্ধদেৱৰ কথা কয়। একমাত্ৰ পুত্ৰৰ মৃত্যুৰ শোকত অধীৰা হোৱা তিৰোতাজনী। বুদ্ধই কাৰো মৃত্যু নোহোৱা ঘৰৰ পৰা সৰিয়হ আনিবলৈ দিয়াত ব্যৰ্থ হৈ অহা সেই তিৰোতাজনীক তাইৰ হতুৱায়ে সেইদৰে শিক্ষা দিয়া সত্যটো— তাইৰেতো অকল নহয়, জগতত সকলোৰেই দুখ। সেই গল্পটো!

নিমাতে শুনি থকাৰ পিছত বিনুয়ে কয়— "কিন্তু মনে যে মানিব নোখোজে অ' ৰাণু? মনক মই বান্ধোনো কেনেকৈ?"

"সেইটোতো সঁচাই বিনু। মনটোতো আৰু আমাৰ মেচিন নহয় যে তাক আমি নিজৰ ইচ্ছা মতে যেনিতেনি চলাব পাৰোঁ। কিন্তু, চেষ্টা জানো কৰিব নালাগে, বিনু? দৰ্কাৰ হ'লে মনক বান্ধিবলৈও চেষ্টা কৰা উচিত। সৰুতে যে আমি ছক্ৰেটিচৰ গল্প পঢ়িছিলোঁ তোৰ মনত আছে নে? বৰ হেনো খং আছিল তেওঁৰ। অথচ সেই মানুহজনৰ মূৰত ঘৈণীয়েকে যেতিয়া চৰিয়াৰ চুৱা পানী ঢালি দিলে, তেতিয়াও তেওঁ ধৈৰ্য্য নেহেৰুৱাই স্থিৰ হৈ ৰ'ল। অথচ খুব হেনো খঙাল মানুহজন। তেন্তে বুজিছতো, সেই খঙাল মনটোৰ বিৰুদ্ধে কিমান বেছি যুঁজিছিল তেওঁ। কি বিৰাট সাধনা। আমাৰ সিমানখিনি সম্ভৱ হয়তো নহ'ব কেতিয়াও, কিন্তু সাধনা জানো কৰিব নেলাগে বিনু?"

একো নেমাতে বিনুয়ে। ৰাণুৰ কথাবোৰকে বুজিবলৈ চেষ্টা কৰে হয়তো। খুব আস্থা তাইৰ ৰাণুৰ ওপৰত। ৰাণুৱেও ভাবে। উপদেশ! তাই বহুত উপদেশ দি পেলালে নহয়? অথচ আনক সকলো কথাতে উপদেশ দিব নোখোজে তাই। যোগ্যতাতো চাব লাগিব নিজৰ। বুদ্ধ, ছক্ৰেটিচৰ সৰু সৰু গল্প দুটাৰ দৰেই হজৰত মহম্মদৰ গল্পটোও ভাল লাগে তাইৰ। মিঠাইৰ খুব ভক্ত আছিল বাবেই প্ৰথমে সৰু ল'ৰাটোক মিঠাই নেখাবলৈ উপদেশ দিব পৰা নাছিল তেওঁ। সেই অভ্যাসটো আঁতৰাই লৈহে তাৰ পিছত উপদেশ দিলে। যোগ্যতা। তায়ো বিনুক উপদেশ দিলে,— নিজৰ জীৱনত অৰ্জা যোগ্যতাৰে। তাইৰ জীৱনৰ তিতাখিনি প্ৰথমে অৱশ্যে খুব কষ্ট হৈছিল মানি লবলৈ। কিন্তু এতিয়া জানো তাক সহজভাৱে গ্ৰহণ কৰা নাই? হজৰত মহম্মদৰ দৰে যোগ্যতা এবিধ তায়ো জানো অৰ্জা নাই?

বুদ্ধদেৱ, হজৰত, ছক্ৰেটিচ। সেই জ্ঞানবৃদ্ধসকলক লৈ প্ৰচলিত কেইটামান গল্প, তাই হয়তো নিজৰ জীৱনৰ উপলব্ধিৰে আপোন কৰি লৈছে।

ৰাতিৰ গভীৰ নীৰৱতা। তাই মনেৰেই তেওঁলোকৰ ওচৰত মূৰ দোঁৱায়।

বিনুহঁতক লৈ যাবলৈ ৰাণুৰ ভিনিহীয়েক এদিন আহি ওলালহি। অচিন গাঁৱলীয়া ঠাই। কণ কণ ল'ৰা-ছোৱালীকেইটাৰ সতে নো মাকে বিনুক অকলে পঠায় কেনেকৈ, অথচ লগত কাকেই বা পঠায়? ননীজনীক ধৰেগৈ, বায়েকৰ সংসাৰখন পাতি দি আহক তাই। স্কুলৰ ক্ষতিতো নহয় বৰ বেছি, হ'লে হ'ব আৰু দুই-এদিন। ননীয়ে কিন্তু না না লগায়। একেই গাঁৱলীয়া ঠাই, তাতে ল'ৰা-ছোৱালীকেইটাই ইমান আমনি কৰে। কেতিয়াও নোৱাৰে তাই যাব।

মাকৰ বিপন্ন অৱস্থালৈ চাই ৰাণুয়ে মনে মনে অলপ হাঁহে। মাজনী যে— ৰাণু ঘৰতে বহি আছে, তথাপি তাইক ক'বলৈ সাহ নকৰে বিনুৰ লগত যাবলৈ। ভাবিছে, দুবছৰ কলিকতাত ধনী দদাইদেৱকৰ ঘৰৰ লাহ-বিলাহত থাকি, সিদিনা মাথোঁ আহি পাইছে। তাইকনো গাঁও এখনত কষ্ট ভুগিবলৈ যাবলৈ কোন সাহেৰে ক'ব।

আপেক্ষিক তুচ্ছ দুখ— সেইবোৰ ডাঙৰ কথা অৱশ্যে ৰাণুয়ে মাকক বুজাবলৈ নেযায়, তাই পোৱা দুখৰ তুলনাত যে তেনে দুখ তাইৰ বাবে একোৱেই ন'হব। মাথোঁ মাকক আচৰিত কৰি দি হাঁহি মুখে তাই উপযাচি কয়গৈ— "মই এ. আৰ. পি. বিভাগৰ মানুহজনী থাকোতে তোমালোকে কেলেই চিন্তা কৰিছা, মা? ময়েই যাম বিনুৰ লগত।" মাকে অবিশ্বাসৰ সপ্ৰশ্ন দৃষ্টিৰে তাইৰ ফালে চাই থাকে। সেই সমস্যাটোকে লৈ আলোচনা কৰি থকা ভিনিহীয়েকঁহতেও চায়।

"মই যোৱাত কিবা আপত্তি আছে জানো?" তাই আকৌ কয়। তাৰ পিছত ওচৰতে ৰৈ থকা বুবুল— বিনুৰ ডাঙৰ ল'ৰাটোৰ মূৰত হাত দি হাঁহি মুখে সোধে— "কি অ' বুবুল, মোকো নিবি তহঁতৰ লগত? তাত বোলে মস্ত এখন ফিল্ড আছে, মই তোৰ লগত বল খেলিম?"—

সি উত্তৰত কয়— "এ. আৰ. পি. মানে কি মাহীদেউ?"

"বাঃ— আমাৰ ল'ৰা ঠিক আছে, একেবাৰে শহাকণীয়া" আদৰেৰে তাৰ পিঠিত চপৰিয়াই ৰাণুয়ে কয়— "এ. আৰ. পি. কি জান? —আনে ৰক্ষা পৰা বিভাগ। তহঁতৰ তেতিয়া জন্মই হোৱা নাই, এখন মস্ত যুদ্ধ হৈছিল। তাত বুইছ, আকাশৰ পৰা এই এৰোপ্লেনবিলাকেৰে বোমাবোৰ পেলাই তলৰ মানুহবোৰ মাৰে। এ. আৰ. পি.ৰ মানুহবোৰে সেই সময়ত বোমা পেলোৱা ঠাইবোৰত কাম কৰে, মানুহবোৰক সহায় কৰে। তেন্তে কিয় এ. আৰ. পি. ৰ বাবে মানুহ ৰক্ষা পৰে এতিয়া বুজিলি নহয়, বুবুল? কিন্তু তাতকৈও আনে আৰু বহুত কাৰণে ৰক্ষা পৰে বাবেহে এ. আৰ. পি. বোলে,

বুইছ? সদায়তো আৰু এৰোপ্লেন আহি বোমা নেপেলায়, তেতিয়া এ. আৰ. পি.ৰ মানুহবোৰৰ একো কাম নেথাকে, গতিকে কিবা এটা কামৰ বাবে মানুহ লগা হ'ল— মাতে এ. আৰ. পি. বোৰক, সিহঁতৰতো কাম নায়েই, আকৌ আন কিবা এটা বিভাগৰ আন কামৰ বাবে লগা হ'ল— আকৌ পাল পৰে সেই এ. আৰ. পি. বোৰৰে! সিহঁতৰ যে আৰু কাম নাই, বহিহে খাই আছে। এইদৰেই আৰু বুইছ বুবুল, এ. আৰ. পি.ৰ মানুহবোৰৰ পৰা আনে ৰক্ষা পৰি থাকে। মোৰো বুইছ বুবুল, এতিয়া একো কাম নাই নহয়, পৰীক্ষা পাছ কৰি আহি ঘৰতে বহি আছোঁ। আজি যদি ভাত ৰান্ধিবলগীয়া হয়, তোৰ আইতাৰে ক'ব— ৰাণুৰতো একো কাম নাই, ৰাণুৱে ৰান্ধক দে ভাত, কিবা নোট কপি কৰিব আছে হয়তো ডাঙৰ মোমায়েৰৰ, মাত ৰাণুক, তাইৰতো একো কাম নাই! ককাদেউতাৰ চিঠি লিখি দিবলৈও ৰাণুৰ বাহিৰে আন সকলোৰে কাম আছে। এনেকি আমাৰ ওচৰৰ অপুৰ মাকৰ কাপোৰো চিলাই কৰি দিব লাগিব তোৰ মাহীয়েৰেই, কামতো আৰু একো নাই। এইদৰে আৰু কত কিমান ভাবে যে মই ৰক্ষা কৰি থাকো বুবুল, কিমান হিচাপ দিম তোক!— এতিয়া বুজিলিনে মই কেনেকৈ এ. আৰ. পি. হ'লো?"

এ. আৰ. পি. অৰ্থাৎ যুদ্ধৰ দিনৰ 'এয়াৰ ৰেইড প্ৰিকশ্বন'ৰ অপূৰ্ব ব্যাখ্যাত সকলোৱে হো হোৱাই হাঁহি দিয়ে। গহীন ভিনিহিয়েকৰ মুখতো মিচিকিয়া হাঁহি ফুটি উঠে। বুবুলেও বুজনৰ দৰে হাঁহে। সমস্যাত গহীন হৈ থকা পৰিবেশটো পাতল হৈ যায় মুহূৰ্ততে।

যোৱাৰ যোগাৰপাতি কৰিবলৈ উঠি যোৱাৰ আগতে বুবুলৰ থুঁতৰিত ধৰি মৰম কৰি দি ৰাণুয়ে কৈ যায়— "দেখিলি বুবুল মই কেনেকৈ আনক ৰক্ষা পেলাওঁ? সকলোৰে মুখবোৰ ক'লা হৈ আছিল যে ইমান সময় ; মই সেই অন্ধকাৰ নাতঁৰালোনে?" আকৌ এজাউৰি হাঁহিৰ পিছত সকলোবোৰে দিহাদিহি কামত লাগেগৈ। যাবৰ দিনা বিনুৰ মাকে টোপোলা বান্ধে, থেকেৰা টেঙা, খাৰলি, শাকৰ গুৰি— কত কি। জীয়েকেনো এইবোৰ গৈয়ে ক'ত পাব, অনিলে মানে বিনুৰ গিৰিয়েক, খাৰৰ আঞ্জা নেপালেতো ভাতৰ জুটিয়েই নেপায়। বিনুজনীৰ আকৌ খৰিচা বৰ প্ৰিয়, তাইৰ বাবেইতো এইবাৰ মাকে জোখতকৈও বেছি খৰিচা শুকাই থৈছিল। বুবুলহঁতৰ প্ৰায়ে পানী লগা, কাঁহ হৈ থাকে। পুৰণি মউৰ বটলৰ পৰা আন এটা বটলত মউ ভৰায়। দুই তিনি বছৰীয়া পুৰণি নেমুৰ আচাৰ, বৰ উপকাৰী ; তাকো এটা বটলত ভৰাই দিবলৈ ভুল নকৰে বিনুৰ মাকে। ৰাণু আছে, চায়। হাঁহি মুখে মাকক তাগাদা দিয়ে— "তোমাৰ মৰমৰ টোপোলাবোৰ লৰালৰিকৈ বান্ধা, মা। পলম হৈ যাব।"

তাই নিজে কেঁচুৱাটোৰ বাবে ফিডিং বটলত গাখীৰ ভৰাবলৈ ধৰে। ননীয়ে বুবুলহঁতক কাপোৰ-কানি পিন্ধাই দিয়ে। কিবা দৰ্কাৰী বস্তু ৰ'ল নেকি— বিনুয়ে চাই ফুৰে।

কোলাত কেচুৱাটি লৈ চকু চলচলীয়া কৰি বিনু টেক্সিখনত উঠি বহিল। মাকৰো চকুত চকুলো। বিদায় লোৱাত অভ্যস্ত ৰাণু, তথাপি তাইৰো যেন মনটো ভাৰাক্ৰান্ত হৈ উঠে। এই বিনুজনী সৰু সিদিনালৈকেতো মাকৰ বৰ আদৰৰ আজলী ছোৱালীজনী আছিল। সংসাৰৰ আওভাও একো নেজানে, মাথোঁ অলপ কথাতে কান্দিব জানে। প্ৰায় একো নেপাহৰা ৰাণুৰ এতিয়াও স্পষ্টকৈ মনত পৰে, ৰাণুৰ লগত বলে নোৱাৰি কান্দি কান্দি মাকক গোচৰ দিয়া ছোৱালীজনী এই বিনু। সকলোবোৰ যেন সিদিনাৰহে কথা। কি কাপোৰ পিন্ধিব সেই পৰ্য্যন্ত মাকক সুধিছিল। আজি সেইজনী বিনু চাৰিজনী ল'ৰা-ছোৱালীৰ মাক।

আচৰিত, অথচ আচলতে আচৰিত হ'বৰনো কি আছে। এয়েই পৃথিৱী, এনেকুৱাই। বৰ সহজ আৰু সাধাৰণ কথা।

ট্ৰেইনত বৰ ভীৰ। কেঁচুৱাজনীক লৈ এচুকত বহি থাকে বিনু। হাত-ভৰি হয়তো শিৰামুৰি ধৰে। লৰচৰ কৰাৰ ঠাই নাই। উপায়ো নাই। যিহে কান্দুৰী কেঁচুৱাজনী, অলপ অসুবিধা পালেই চিঞৰি উঠিব, সেই চিঞৰে ইঞ্জিনৰ মাতকো চেৰ পেলাব।

সিহঁত যাব ব্ৰহ্মপুত্ৰৰ সিপাৰলৈ। ট্ৰেইনে যাত্ৰা কৰাৰ সময়লৈকে আমিনগাঁৱত এঘণ্টাতকৈও বেছি সময় ৰ'ব লাগে। ৰাণুৱে বুবুলক হাতত ধৰি ষ্টেছনটো ঘূৰি আহে গৈ। বুবুলে লোজেঞ্চ খায়। অনিহঁতলৈ লোৱাৰ কথা কোৱাত কয়— "ওহোঁ, য'ৰে তৰে বস্তু খালে দেউতাই খং কৰিব"— ভালকৈ যুক্তিৰ কাষ চাপিব নোৱাৰা সৰু ল'ৰাটোৱে নুবুজে যে সি নিজৰ ক্ষেত্ৰত হ'লে দেউতাকৰ উপদেশ পাহৰি পেলাইছে।

বেমাৰলৈ বৰ ভয় ভিনিহিয়েকৰ, খোৱা-লোৱাত বৰ বাছ-বিচাৰ। অৱশ্যে তাৰদ্বাৰা চেহেৰাৰ আৰু উন্নতি দেখা নগ'ল কোনোদিনে। প্ৰায় হাড়ে-ছালে লগা।

অনিহঁতলৈ লোজেঞ্চ লোৱাৰ সাহ নহ'ল। কিন্তু তাই নিজে খোৱা মিঠা পাণখন বৰ সোৱাদ পোৱাত বিনুলৈ এখন নলৈ নোৱাৰিলে।

বিনুলৈ আগবঢ়াই দি মনতে দুষ্টালিৰ হাঁহি এটা লৈ তাই ভিনিহিয়েকৰ ফালে চালে। ঠিকেই। চকুৰে চকুৰে পৰাত গহীন মাতেৰে তেওঁ সোধে— "সেইখন ক'ৰ পৰা আনিলা, ৰাণু? বেয়া নহয়তো? জৰদা-চৰদা দিছে নেকি?"

"মই খাইছো নহয়, ভিনদেউ। একেবাৰে ঠিক আছে। বৰ সোৱাদ। আপুনিও এখন খাব নে?" মুখত অকণো হাঁহি নোহোৱা ভিনিহিয়েকৰ ফালে কৌতুকৰ হাঁহিৰে চাই সোধে ৰাণুৱে।

গিৰিয়েকৰ ফালে খুব অৱজ্ঞাৰ চাৱনি এটাৰে চাই বিনুৱে মিঠাপাণখন মুখত সুমুৱাই লয়।

সিহঁত নামিবলগীয়া ষ্টেছনটোত ট্ৰেইন যেতিয়া ৰ'ল ৰাতি তেতিয়া দহ। য'তে

যেনিয়ে পাই তেনিয়ে বুবুলহঁত শুই পৰিছে। বিনুয়ে সেই একে ভঙ্গীতে কেঁচুৱাজনীক লৈ বহি আছে। ৰঙিয়া পাঁওতে এবাৰ বিনুক সুধিছিল তাই চাহ খোৱাৰ কথা। কিন্তু মিঠা পাণ আৰু ভেৰেগুাৰৰ মাটিৰ গিলাচৰ চাহৰ পাৰ্থক্য আছে। সিমানখিনি বিদ্ৰোহৰ সাহ নহ'ল বিনুৰ।

বুবুলহঁতক কোনোমতে জগাই সিহঁত নামিল। ষ্টেছন ঘৰৰ বাৰাণ্ডাতে সকলোকেইটাক ৰখাই ভিনিহিয়েকে কুলী বিচাৰি যায়। মূৰে-গায়ে কাপোৰ লৈ টিকট দিয়া খিৰিকীৰ তলৰ পকাখিনিতে কুলীবোৰ শুই আছে। বুবুলে সোধে— "সেই মানুহবোৰ যে তেনেকৈ শুই আছে, সিহঁতৰ ঘৰ নাই মা?"

ষ্টেছন ঘৰৰ পৰা পকা নকৰা ইটাৰ চিৰিয়েদি নামি এইবাৰ ভিনিহিয়েকে চায়, সকলোবোৰ ঠিকমতে আহিছে নে নাই। বুবুল থাকি আহিল। আকৌ ঘূৰে সিহঁত। বুবুল বহি আছে বেঞ্চখনতে। মাকে হেনো তাতে বহি থাকিবলৈ কৈছিল। ৰাণুয়ে তাৰ পিঠিত থপৰিয়াই কয়— "বাঃ দ্বিতীয় কাচাবায়েঙ্কা।" বিনুৱে দাঁত কামোৰে— "এনে বাধ্য ল'ৰা হোৱা হ'লে আজি মাকৰ এনে দুৰাৱস্থা নহয়—"।

ভিনিহিয়েকে গহীনভাৱে বুবুলৰ হাতত ধৰি আগবাঢ়ে। বুবুলে ৰাণুৰ ফালে চাই সোধে "কাচাবাংকা কি মাহীদেউ?"

গাঁৱলায়া ঠাই। ৰাতি দহ, গভীৰ ৰাতি তেনে ঠাইত। চাৰিওফালে শুই নিঃপালি দিছে। বাটৰ দাঁতিত মাথোঁ গেছ লাইটবোৰ টিমিক-টামাককৈ জ্বলি থাকে আৰু জ্বলে জোনাকী পৰুৱাবোৰ, চাৰিওফালে।

সকলোবোৰ নীৰৱে গৈ থাকে। বিনুৰ কোলাৰ কেঁচুৱাটিয়ে এবাৰো কান্দি নুঠে। বুবুলৰ দৰে পেক-পেকাই থকা ল'ৰাটোও এনে বোবা আবহাওৱাত নীৰৱ হৈ যায়। এবাৰ ৰাণুৱে কেৱল সুধিছিল, কেঁচুৱাটিক তাই লব নেকি। বিনুয়ে নিদিলে।

গৈ গৈ এঠাইত ৰৈ যায় ভিনিহিয়েক। এন্ধাৰ ৰাতি সিহঁতৰ লগত থকা টৰ্চটোৱে এটা বৃত্তি কৰি এডোখৰ ঠাইৰ বাহিৰে একো পোহৰাই তুলিব পৰা নাই।

তথাপি, তৰাৰ পোহৰতেই হয়তো অস্পষ্টভাৱে ৰাণুয়ে দেখে সমুখত এখন গেট, তাৰ পিছত বোধহয় বহুখিনি ঠাই জুৰি থকা খোলা ঠাই এখন, ভিনিহিয়েকে কোৱা আগফালৰ ফিল্ডখনেই নিশ্চয়। তাৰ পিছত ঘোপ মৰা এন্ধাৰত গেট পাৰ হৈ ভিতৰ সোমাই ফিল্ডখন ঠিকেই পালে। কিন্তু অলপ ঘাহনি পাৰ হৈ যোৱাৰ পিছতে পকা আৰম্ভ হৈ গৈছে। পকা ফিল্ডখন সমুখত ৰাখি পেটৰ আঁচডাল মছ খোৱা ইংৰাজী 'ই পেটাৰ্ণৰ প্ৰকাণ্ড ঘৰ এটা। কি বিৰাট—। কলিকতাৰ পৰা অহা ছোৱালীজনীকো তাৰ বিৰাটত্বই মুগ্ধ কৰে।

"এইটোৱেই গুদাম ৰাণু।" ভিনিহিয়েকে গহীন স্বৰে কয়। অ' ভিনিহিয়েকে কৈছিল নহয় ধানৰ গুদামৰ ওচৰতে ঘৰটো। কিন্তু ক'ত ঘৰ?

আকৌ আগবাঢ়ে পকাৰ চোতালেৰে— গুদামৰ ফালে নহয়, গুদামক সমান্তৰাল ৰাখি।

কেই ফুট হ'ব বাৰু সেইখন— আন্দাজ কৰিব নোৱাৰে ৰাণুৱে। অঙ্কৰ গোন্ধ থকা সকলো বিষয়তে তাইৰ অজ্ঞতা।

গুদাম অতিক্ৰম কৰা শেষ হয়। গুদামটোৰ পথালিক সমান্তৰাল কৰি ৰাখি এটা সুৰসুৰীয়া বাট, চাৰিওফালে ঘেৰিথকা ড্ৰেইন, সেই ড্ৰেইনৰ কাষে কাষেই।

সিহঁত সেই সুৰসুৰীয়া বাটেৰে আগবাঢ়ে। ৰাণুৱে চুবুৰীয়া ঘৰবোৰ চাবৰ যত্ন কৰে। অস্পষ্ট এন্ধাৰ কিছুমান গোট মাৰি আছে যেন, হয়তো সেইটোৱে ঘৰ। পিছফালে বিৰাট স্তম্ভৰ দৰে কিবা এটা, কুতুবমিনাৰৰ কথাই প্ৰথমে ৰাণুৰ মনলৈ আহে। তৰা-ভৰা আকাশখন। এটা তৰা তাৰ মাজত সকলোতকৈ ডাঙৰ আৰু অলপ ৰঙচুৱা ধৰণৰ উজ্জ্বল হৈ থকা ৰাণুৱে দেখা পালে। মঙ্গল গ্ৰহ। মনটো বেয়া লাগি গ'ল— নামত মঙ্গল হ'লেও, গ্ৰহটো হেনো অমঙ্গলীয়া।

তাই সেইফালে চাই অন্যমনস্কভাৱে আগবাঢ়োতে হাতত ধৰি থকা মাখনৰ— বুবুলৰ তলৰ ভায়েকটোৰ, ভৰি এখন ড্ৰেইনতে সোমাই সি পৰি যায় আৰু চিঞৰে।

তাৰ কান্দোন থমাৰ পিচত তাই ভিনিহিয়েকক সোধে, কুতুবমিনাৰৰ দৰে সেইটো কিনো। "মিলৰ চিমনি। তেলৰ মিল। মিলটো বন্ধ বহুত দিনৰে পৰা।" সংক্ষিপ্ত উত্তৰ ভিনিহিয়েকৰ।

মৰা মিলৰ কাষেৰে গৈ গৈ সিহঁত গুদামৰ পিছফালে ওলায়গৈ। হঠাৎ যেন বিৰাট আকাশচুম্বী দেৱাল এখনে সিহঁতক আগভেটা দিয়ে। গুদামৰ পিছফালৰ ওখ বেৰখন। হঠাৎ প্ৰকাণ্ড জেল এখনৰ ভিতৰত সোমাই পৰা যেন লাগি যায় ৰাণুৰ।

পিছফালৰ ড্ৰেইনটোৰ সিপাৰতে ঘৰটো। বগা বেৰ খেৰৰ ছালি। সৰল ৰেখা পথালিকৈ থৈ দিয়াৰ দৰে ঘৰটো। এমূৰৰ কোঠালী এটাৰ দুৱাৰৰ অকণমান ফাঁকেদি পোহৰৰ ৰেখা বাহিৰলৈ আহিছে। মানুহৰ সঁহাৰি পায়েই বোধহয় দুৱাৰ মেলি এজন ডেকা ওলাই আহে। ভিনিহিয়েকে যে কৈছিল এজন সহকাৰী থাকে লগত, এইজনেই নিশ্চয়। ৰাণুৱে ভাবে।

ঘৰত সোমোৱা মাত্ৰেই যেন এটা অসহ্য গৰম আৰু তাৰ লগত মিহলি ৰুদ্ধ আবহাওয়াৰ সতে পঁচা গোন্ধ এটাই সিহঁতক হেঁচি ধৰে। বিনুৱে অস্ফুটভাৱে চিঞৰে— "হে প্ৰভু, ক'লৈ আনিলা। মুৰ গৰম আৰু উশাহ বন্ধ হৈ মৰি যাম দেখোন।"

ৰাণুৱে চাই দেখে, ঘৰটো খুব চাপৰ আৰু খিৰিকী সেইটো ৰুমত এখনো নাই। মজিয়াখন জেকা মাটিৰ। সৰু ৰুমটো। তাতে দুখন খাট, এখন টেবিল। টেবিলৰ ওপৰত তলীত বাকী থকা চাহৰ কাপৰে পৰা আদি কৰি, দাড়ি খুৰুৱা সৰঞ্জাম, অফিছৰ

কাগজ-পত্ৰ, চুৰটৰ ছাই, দিয়াছলাইৰ কাঠি, একোৱেই বাকী নাই তাত থাকিবলৈ। মজিয়াৰো অ'ত ত'ত আৱৰ্জনাৰে ভৰা, এটা ভেকেটা ভেকেট গোন্ধ ওলাই থাকে। ক'ৰবাত এন্দুৰ-চেন্দুৰ মৰি আছে নেকি, ৰাণুৱে ভাবে।

বিনুয়ে বিছনা এখনতে বহি পৰি কয়— "তই আমাৰ লগত কেলেই কষ্ট খাবলৈ আহিলি ৰাণু। কালিয়েই গুচি যাবিগৈ।" ৰাণুয়ে হাঁহি মুখে ধেমালি কৰি কয়— "সেইটো নহৈছে বিনু, এই গুদামটোৰ ধান সোপা আৰু এই ঠাইখনৰ ঘিউ-মাছবোৰ শেষ কৰিহে ইয়াৰ পৰা আঁতৰিম। মোৰ এই ৰিকেটি চেহেৰা এইবাৰ ইয়াত গুচামেই গুচাম।" ঠাইডোখৰৰ মাছ, ঘিউ প্ৰসিদ্ধ।

পৰিস্থিতি সহজ কৰিবলৈ ধেমালি কৰিলেও ৰাণুয়ে ভাবে স্বল্পভাষী ভিনিহিয়েকৰ বৰ্ণনা মতে দেখোন আগফালে খোলা পথাৰ আৰু আহল-বহল চাৰিটা পকা কৰা ৰুমেৰে ঘৰ এটাহে হ'ব লাগিছিল। বেয়ালৈ আশা কৰি আহি ভাল পাই গ'লে যিমান ৰং লাগি যায়, ভাললৈ আশা কৰি আহি বেয়া পালে কষ্ট লাগে বোধহয় বেছি।

কোনোৰকমে ঘৰটো বাসযোগ্য কৰি ৰাণু লেমটো লৈ পাকঘৰ বিচাৰি ওলাল। খেৰৰ ঘৰ, উৰুৱিছে বোধহয়। মজিয়াখন বোকাৰে টেপটেপিয়া। অকণ অকণ চৰু-হাড়ি। খালী। মাইকী ছোৱালীৰ মন, পিত্‌পিতকৈ তাই চাই ফুৰে ক'ত কি আছে। সেইবিধমান লাগতিয়াল বস্তু চকুত নপৰে তাইৰ— মৈদা, বেল্‌না, কুলা-চালনি আৰু বহুত কিবাকিবি। অথচ ভিনিহিয়েকে মাল-পত্ৰচোন একো সিহঁতক আনিবলৈ নিদিলে। সকলো হেনো আছে। থৈ আহিল ৰাণুহঁতৰ ঘৰতে, বদলিৰ হেনো সম্ভাৱনা আছে আৰু।

চকীদাৰটো, যি ভিনিহিয়েকহঁতক ভাত ৰান্ধি দিয়ে, গুদাম ৰখি আগফালে টহল দি আছেগৈ।

এচুকত থকা বৰষুণত আধা তিতা খৰিৰে কোনো ৰকমে কেৰাচিন ঢালি জুই ধৰি চাহ বহাই বিনুৰ ওচৰলৈ আহে ৰাণু।

ভিনিহিয়েকে চিগাৰেট এটা মুখত লৈ দুৱাৰৰ ওচৰত থিয় হৈ আছে বাহিৰলৈ মুখ কৰি। বিনুয়ে সেইফালে জ্বলন্ত দৃষ্টিৰে চাই সুধিছে— "এই অন্ধকূপটো কোনে কাৰ কাৰণে বান্ধিছিল— মানুহৰ কাৰণে নে জন্তুৰ কাৰণে?"

সংক্ষিপ্ত গহীন উত্তৰ ভিনিহিয়েকৰ— "চকীদাৰৰ কাৰণে"—

"কেতিয়াৰ পৰা চকীদাৰ হ'লনো আপুনি?" ভীষণ খঙেৰে বিনুয়ে আকৌ সোধে—।

"আজিৰ পৰা সেই দুৰ্ভাগ্য হ'ল। ল'ৰা-তিৰোতা ৰখা চকীদাৰ"— বাহিৰলৈ ওলাই যায় ভিনিহিয়েক।

সকলোকে গাখীৰ নোহোৱা ফিকা চাহ ভগাই উঠি ভাত ৰান্ধি থকা ৰাণুৰ ওচৰলৈ

সহকাৰীজন গৈ যেতিয়া তাইৰ যে খুব কষ্ট হ'ল তাকেলৈ সহানুভূতি জনালে, তাই সুধিলে— সিহঁত যে আহি পাব তেতিয়া, জনা নাছিল নেকি তেওঁলোকে। বৰাই (পিছত ৰাণুৱে জানিছিল যে .তেওঁৰ নাম প্ৰকাশ বৰা)— ক'লে যে আহি পালে টেলিগ্ৰাম দি জনোৱাৰ কথা আছিল। কিন্তু তেতিয়ালৈকেতো কোনো টেলিগ্ৰাম পোৱা নাই। ৰাণুয়ে বুজিলে— টেলিগ্ৰাম দিয়া নাছিল ভিনিহিয়েকে।

ভাত ৰন্ধাৰ সময়খিনিতে, বাকচ্-বিছনা গত লগাই ফাঁকে ফাঁকে লেমু লৈ তাই চাৰিওফালে চাই ফুৰে। চহৰৰ ছোৱালীৰ বৰ আৱশ্যকীয় বাথৰুম নাই। পিছত শুনিলে, বহুত দূৰৰ দমকলৰ পৰাহে পানী আনিব লাগে।

প্ৰায় চাৰে বাৰ মানত ভাত-পানী খাই বিছনাত পৰাৰ পিছত সিদিনা কাৰো মুখৰ পৰা আৰু কোনো কথা ওলোৱা নাছিল। কিন্তু ৰাণুয়ে জানিছিল বিনুৰ চকুৰ পানীয়ে ধাৰাসাৰে ওলাই গাৰু তিয়াই পেলাব অলপ পাছতে।

ৰাণুৰ টোপনি আহিব নোখোজে। দুৱাৰ মেলি বাহিৰত থিয় হয়গৈ। সেই কুতুবমিনাৰটো— মৰা মিলৰ মৰা চিম্‌নি। তাৰেই ওচৰৰ অধিবাসী হ'লহি কেইটামান জীয়া প্ৰাণ, ইয়াত এনেকৈ থাকিলে সেই প্ৰাণবোৰো মৰিবলৈ কেইদিননো লাগিব?

অমঙ্গলীয়া মঙ্গল গ্ৰহটো একেদৰে উজ্জ্বল হৈ আছেই। মাথো ঠাই সলনি কৰিছে তেতিয়া। পৃথিৱী ঘূৰি আছে, মঙ্গল গ্ৰহও ৰৈ থকা নাই।

পিছদিনা পুৱা বিনুয়ে মাতি দিয়ে তাইক। আনবোৰ শুই আছে। দুয়ো অলপ বাহিৰলৈ ওলায়। দুৱাৰ খুলিয়েই চকুত পৰে ঘৰৰ সমুখৰ চিৰিৰ কোণত এডাল ফুলৰ জোপোহা গছ। বোটানীত পঢ়া নামটো মনত পৰে ৰাণুৰ— নয়নতাৰা। অযত্নত আপোনা আপুনি বাঢ়ি উঠা সাধাৰণ ফুল—। তথাপি ফুলতো, মনটো ভাল লাগি যায় ৰাণুৰ। পুৱাই উঠি ফুল, গছ সকলো ৰকমৰ সেউজীয়া সজীব সৌন্দৰ্য্য দেখিলে সকলোৰে ভাল লাগে।

মৰা মিলৰ চিমনিৰ যুগ-যুগান্তৰৰ অপাৰ্থিৱ কুতুবমিনাৰীয় ভাবটোও আৰু নেজাগে দিনৰ পেহৰত। ইটাৰে সজা সাধাৰণ চিমনি এটা। ভাল লাগি যায় যে তাৰ ওপৰৰ মঙ্গল গ্ৰহটোও আৰু দেখা নেযায় দিনৰ পোহৰত।

চিৰিৰ পৰা নামিয়ে চকুৱে চকুৱে পৰে বৰাক। ৰাতিৰ শোৱাই অসংযত কৰি পেলোৱা সিহঁতৰ কাপোৰ-কানিবোৰলৈ নিজে নিজেই চকু যায় ৰাণুৰ। বৰ অস্বস্তি লাগে। বিনুয়ে মুখ ফুটাই কয় (অৱশ্যে বৰাই নুশুনাকৈ)— "এইটোতো বৰ অসুবিধাৰ কথা ৰাণু, এখেত ওচৰত এনেকৈ থাকিলে আমি মুকলি মনেৰে ওলোৱা সোমোৱা কেনেকৈ কৰিমনো?"

পিছত দেখা গ'ল বৰা প্ৰায় গোটেই দিনটোয়ে তেনেকৈ থাকে। ভিনিহিয়েকহঁতৰ অফিছৰ কামো তাৰেই এটা ৰূমত। দিনটো নানা ধৰণৰ মানুহো আহি থাকে। বৰা

আবেলিও বহি থাকে ঘৰৰ আগতে, নয়নতাৰাৰ জোপোহাবোৰৰ কাষতে চকী এখন লৈ, কিবাকিবি ভাবি ভাবি। বিয়া-বাৰু কৰোৱাই নাই, কমবয়সীয়া ডেকা ল'ৰা এজন তেনেকৈ নিস্তেজ নিষ্প্ৰাণ হৈ বহি থকা দৃশ্যটোৱে কিবা এক নজনা দুখত ৰাণুৰ মন ব্যথিত কৰি তোলে। বিনুয়ে মন্তব্য কৰে— " আবেলিও যদি এনেকৈ ইয়াৰ পৰা নুগুছে, আমাৰ ফুৰামেলাও দেখোন বন্ধ হ'ব। যিহে ঠাই, ফুৰিবৰতো আৰু উপায় নাই এই গুদামৰ ওচৰে-পাজৰে ঘূৰি ফুৰাৰ বাহিৰে। সচাঁই, ডেকামানুহ এজন এনেকৈ মৰামুজা হৈ থকাটো সহ্য নহয় অ' ৰাণু।"

ৰাণুয়ে হাঁহি উত্তৰ দিয়ে- "কি কৰিবি বিনু, ওচৰতে মৰা মিলটো দেখা নাই, সিয়েই বৰাৰ মন মাৰি পেলাইছে।"

সিদিনাৰ দিনটো গ'ল মাথোঁ " নাই" শব্দটোৰ অস্তিত্বতে সকলো বিষয়তে। পুৱাই চাহ খাবলৈ গাখীৰ নাই, তাৰ ব্যৱস্থা হোৱাৰো সহজে আশা নাই। লগত খাবলৈ একো নাই, অথচ দোকানৰ খোৱাবস্তু ভিনিহিয়েকে ঘৰত সোমাব নিদিয়ে। খৰিবোৰ আধাফলাৰ দৰে। চকীদাৰ পুৱাই ক'ৰবালৈ গুচি গৈছে। কুঠাৰ এখনকে ওচৰৰ পৰা আনি দিবলৈ দিনটো বহুতবাৰ কোৱাতো সেই ব্যৱস্থা নকৰিলে। বিনুক ওলোটাই ধমকি দিহে উঠিল— তেওঁ কোনফালে চকু দিব।

পানী আৰু খৰিৰ খুব কষ্ট। ভাত ৰান্ধি উঠি থকা ঘৰতে টেবুল চেয়াৰৰ ব্যৱস্থা কৰি বৰাক আৰু ভিনিহিয়েকক ভাত দিলে ৰাণুয়ে, পাগঘৰত উপায় নাই দিয়াৰ, যিহে সৰু।

বিনুৰ পেটৰ বিষটোৱে বেছিকৈ উক্ দিছিল। বিছনাত পৰি পৰিয়েই গিৰিয়েকক গালি পাৰি থাকে— বৰাক চিৰদিনীয়া আলহী কৰিব লাগিব বুলি শুনি। অসহায় খঙত একো কৰিব নোৱাৰি ভাতকে নেখায় বুলি পৰি থাকে।

বুবুলে ভাত খায়। মাখন, অনিহ'তে চিএৱে গাখীৰ লাগে বুলি। গাখীৰ খোৱা অভ্যাস সিহঁতৰ সদায়। দুপৰীয়া আহৰি হৈ নয়নতৰাৰ কাষৰ চিৰিত বহি লগত অন্য কিতাপ এখনৰ পাত লুটিয়ায় ৰাণুৱে— ভিতৰত অসহ্য গৰম উঠিছে— টিনৰ বেৰ আৰু ছালেৰে গুদামৰ উত্তাপ পৰিছেহি।

বৰা আহিছিল পানী এগিলাছ বিচাৰি। তাইৰ হাতত কিতাপ দেখি চালে। ইটো সিটো কথাৰ ফাঁকেদি ৰাণুয়ে শুনিলে— সেইটো চকীদাৰৰ ঘৰ বাবেই তেনে অৱস্থা। ইয়াত আন ঘৰ পাবলৈ টান, চকীদাৰ কেইটাতোৰ ৰাতি পহৰা আৰু দিনত অফিছৰ কামত ঘূৰোতেই যায়। তেওঁলোকে আহি থাকিবলৈ লৈছেহি। এজন অসমীয়া আৰু দুজন নেপালী চকীদাৰ। অসমীয়া চকীদাৰটোৱেই ইমান দিনে তেওঁলোকক ভাত ৰান্ধি দিছিল। সি এতিয়া নিজৰ বাবে আন ঠাইত ব্যৱস্থা কৰি লৈছেগৈ।

বৰা যায় গৈ। কিতাপৰ পাতত আৰু মন নবহে তাইৰ, বহি বহি ভাবে। তাই এটা কথা বুজি নেপায়, সিহঁতৰ ঘৰততো বিনু বিশেষ একো অসুবিধাত থকা নাছিল, এনে এখন ঠাইলৈ ইমান কষ্টৰ মাজত পেলাবলৈ বিনুকনো আনিবলগীয়া হ'ল কিয়? বিশেষকৈ কণ কণ ল'ৰা-ছোৱালীকেইটাৰ বাবে গাখীৰৰে য'ত ব্যৱস্থা হোৱা নাই এতিয়ালৈকে। অনিছে বাৰু আনক, কিন্তু ইমান দিন ভিনিহিয়েক ইয়াত আছেতো, যথাসম্ভৱ কিছু ব্যৱস্থা কৰি থৈ যাবতো পাৰিলেহেঁতেন। অন্ততঃ বাথৰুম এটা যদি বাঁহৰ বেৰ দি হ'লেও কৰি থলেহেঁতেন। আৰু বস্তু-বাহানীবোৰ আনিব নিদিয়াৰে বা মানে কি। এইযে দ ড্ৰেইনটো তাৰ ওপৰত নাই কোনো ঢাকনি, মাখন, অনিহঁতৰ তাত ভৰি পৰাৰ খুবেই সম্ভাৱনা।

অৱশ্যে অসুবিধাবোৰ যে অসুবিধা, তাক হয়তো ভবাই নাই ভিনিহিয়েকে। সেয়েই একমাত্ৰ সম্ভৱপৰ ব্যাখ্যা বুলি ভাবে ৰাণুয়ে। জীৱনটোতো চলি যায়েই। ইয়াক কি কয় বাৰু? —জীৱনৰ সকলো অৱস্থাকে সহজভাৱে গ্ৰহণ কৰাৰ মনোবৃত্তি, নে আমাৰ মনৰ সহনশীলতা, এলাহ, যাৰ বাবে প্ৰতিকাৰ কৰি ল'ব পৰা বোৰকো আমি প্ৰতিকাৰ নকৰি সেই অসুবিধাতহে নিজক খাপ খুৱাই লওঁ? নে ভালকৈও যে থাকিব পাৰি ইয়াতকৈ, সেই ভাল অৱস্থাৰ বিষয়ে কোনো ধাৰণাই নথকা? শেষৰটোৱেই ভিনিহিয়েকৰ ক্ষেত্ৰত প্ৰযোজ্য বুলি ভাবে (ৰাণুয়ে গিৰিয়েকৰ সম্বন্ধে বিনুৰ তেনে আপত্তিভৰা মন্তব্যই শুনে) ৰাণুয়ে, আগতে বেছি মন নকৰে সেইবোৰ তাই বিনুৰ বঢ়াই কোৱা কথা বুলি বৰং আমোদহে পায় যেতিয়া বিনুয়ে কয়,— উপন্যাস কেইখনমান পঢ়া উচিত গিৰিয়েকে, তাৰ পৰা অন্ততঃ সংসাৰ কেনেকৈ চলাব লাগে সেই জ্ঞান অলপ হ'ব, মিছাকে নামতে ডিগ্ৰী এটা থাকিলে কি হ'বনো।

ভাবি ভাবি আজি আৰু ৰাণুৱে সঁচায়ে বিনুৰ অভিযোগপূৰ্ণ গালি শপনিবোৰক সৰু ছোৱালী এজনীৰ মাত্ৰাধিক্য বুলি উৰাই দিব নোৱাৰে।

কিন্তু, সঁচায়ে জীৱনটোতো চলি যাবই। এই দৰেই চলি যাব। মাথোঁ খাই-লৈ, ল'ৰা-ছোৱালী জন্ম দি জীয়াই থকা। প্ৰাণ ধাৰণ আৰু দিন যাপন, অথচ বিনুজনীক কত যত্ন কৰি যে মাক-বাপেকে এনে ধৰণৰ শিক্ষাই নিদিছিল, চিলাই, গান, ৰন্ধা-বঢ়া দিনটোৰ অভিজ্ঞতাৰেতো দেখিলে ৰাণুৱে, ভিনিহিয়েকে ভাতৰ বাহিৰে আন খোৱা বস্তু একো প্ৰায় নেখায়েই, বেমাৰ হ'ব হেনো। বিনুয়ে কয়— "আজিকালি আৰু মই খোৱা বস্তু একো নকৰোঁ অ' ৰাণু। ঘৰৰ মানুহজনেই নেখায় যেতিয়া কাক কৰি খুৱাম?" গানৰো হেনো একে কথা, বিনুৰ গলাৰ ইমান প্ৰশংসা আছিল তাহানি, বিনুয়ে কয়, বিয়াৰ পিছত তাইৰ জীৱনৰ এনে এটা দিন অহা নাই যিদিনা গিৰিয়েকে এটা গান গাবলৈ কৈছে তাইক। এদিন হেঁপাহেৰে এটা ব্লাউজৰ কাপোৰ আনি নিদিলে, চিনেমালৈ

নিজে আগবাঢ়ি লগ নধৰিলে। ভালকৈ দুষাৰ কথা পাতি নেপালেই হেনো জীৱনত। ইমান সাংঘাতিক গহীন অথচ বিনু ইমান কথকী। গিৰিয়েকৰ এই নোকোৱা স্বভাৱৰ আপত্তিত সিদিনা ৰাণুৱে ধেমালিৰে সান্ত্বনা দিছিল বিনুক— "বোবাৰ শত্ৰু নাই বিনু। ভালেই হ'ব দে, মোৰ ভিনদেউৰ শত্ৰু নোলাব"— কিন্তু সেই এটা দিনতে কিছুমান এনে কবলগীয়া কথাত নীৰৱ হৈ থকা দেখিলে ৰাণুয়ে ভিনিহিয়েকক, তাইৰো যেন ধৈৰ্য্য হেৰাই যাব খোজে। এয়ে বিনুৰ জীৱন। তাহানিৰ ৰাংঢালী, চহৰৰ বিলাহত উঠা ছোৱালীজনী। কি হৈ গ'ল জীৱনটো। এই বয়সতে চাৰিটা ল'ৰা-ছোৱালীৰ মাক, তাত সেই পেটৰ বেমাৰটো। জীয়াই থাকিও মৰি যোৱা প্ৰাণটো।

সকলো অৱস্থাকে সহজভাৱে মানি লোৱাৰ সাধনা চলোৱা ছোৱালীজনীৰো আজি ভাবি ভাবি এক অসহায় দুখত চকু চলচলীয়া হৈ উঠে। ভিনিহিয়েক, বিনু। মানুহ অথচ মানৱতা ক'ত?

ৰাতি এজাক বৰষুণ আহিল। উৰুঘা পাকঘৰৰ ফুটাৰে পানী পৰে। তাৰেই মাজত ভাত ৰান্ধে ৰাণুয়ে। কেইদিন মান আগতে যোগাৰ হোৱা বন কৰা ল'ৰা মধুৱে বুবুলইঁতক লৈ ব্যস্ত হৈ থাকে। বিনুক তাই পাক ঘৰলৈ আহিবলৈ নিদিয়ে, পেটৰ বিষটো তেতিয়াও কমা নাই ভালকৈ। ভাত ৰন্ধা প্ৰায় শেষ হোৱাৰ সময়ত ভিনিহিয়েক ক'ৰবাৰ পৰা আহি কয়হি— আলহী এজন আহিছে। টুৰলৈ অহা এছ.ডি.চি. এগৰাকী। সৰু ঠাই, ভিনিহিয়েকেই ডাঙৰ মানুহ তাত। গতিকে মাজে সময়ে তালৈ আহি থকা সকলো অফিছাৰ তেওঁৰ ঘৰতে আলহী হ'বই, ৰাণুৱে বুজে। বিনুক যাতে সেই মুহূৰ্তত একো কোৱা নহয় আলহীৰ কথা, তেনে সকিয়নীৰে ৰাণুয়ে আকৌ ভাত বহায়।

বৰষুণ এৰিছিল তেতিয়া। মেঘো বহুতখিনি আঁতৰি গৈ তৰাবোৰ স্পষ্ট কৰি তুলিছিল। কিন্তু বিনুৰ মনৰ মেঘ আৰু এতৰপ ডাঠ হ'ল— এনেকৈ আলহী-অতিথিবোৰ আহি থাকিব নহয়! বিশেষকৈ একো কথা নোকোৱা গিৰিয়েকে যে আগতে একো নকৈ অসময়ত দিগদাৰত পেলাব বিনুকে।

শোৱাৰ আগতে অলপ ফুৰি আহিবলৈ তাই ৰাণুকে লগ ধৰে, গুদামৰ আগৰ পকা চোতালত ফুৰিবলৈ। বৰ শ্ৰান্ত হৈ পৰিছিল ৰাণু। কামৰ খাটনি আৰু মনৰ অশান্তি। কিন্তু মন পাতলাব লাগে বিনুয়ে। ৰাণুক দুখবেদনাৰ কথাবোৰ কৈ খুব যে আৰাম পায় বিনুয়ে। ফুৰিবলৈ যাবলৈ মন নগ'লেও আৰু অস্বীকাৰ নকৰে তাই।

ৰাণুয়ে দেখে, বিনুৰ হাতত পাটী এখন। চকীদাৰটো নোহোৱা ফালে পাৰি লৈ দুয়ো বাগৰে। ওপৰত উদাৰ তৰা-ভৰা আকাশখন, অলপ অচৰপ মেঘ অ'ত ত'ত। ঠাণ্ডা বতাহ বলে। বিনুয়ে গধুৰ হিয়া পাতলায়, মনৰ দুখবোৰ উজাৰি কয়। ৰাণুৱে আকাশলৈ চাই চাই শুনি থাকে। একে কথা— একেদৰে দুখ লাগে। তথাপি বেদনাৰ

অনুভূতিটো যেন আৰু অলপ বেছি তীব্ৰ। নিজ চকুৰে দেখিছে তাই, বুজিছে বহুত কথা সঁচায়ে সত্য, যিবোৰ তাই এদিন বিনুৰ বঢ়াই কোৱা কথা বুলি ভাবিছিল।

কৈ কৈ আবেগত এবাৰ ৰাণুৰ হাতখন চেপি ধৰি বিনুয়ে কৈ উঠে— "মোৰ দৰে তই জীয়াতু ভুগি নমৰিবি দেই ৰাণু। তই বিয়া কৰিলে নিজে বাছি কৰিবিদেই"—

অৰ্থাৎ, ভালপোৱা। বিনুৱে তাইক উপদেশ দিছে প্ৰেমত পৰি বিয়া কৰাবলৈ। তৰাই পোহৰ দিব নোৱাৰা আন্ধাৰত বিনুৱে হয়তো তাইৰ নিশব্দ হাঁহিটো নেদেখে। মায়াৰ কথা মনত পৰে। তায়ো সিদিনা ৰাতিৰ আন্ধাৰত সিঁহতৰ আগফালৰ ঘঁহনিত একে তৰাভৰা আকাশৰ তলত বহি চলচলীয়া চকুৰে ৰাণুৰ হাত চেপি ধৰি কৈছিল— "কেতিয়াও প্ৰেমত নপৰিবি অ' ৰাণু। বৰ কষ্ট—"। চিৰ অতৃপ্ত মানুহ!

অলপ হাঁহি ৰাণুৱে কয়— "মাক-বাপেকে বিয়া দিয়া ল'ৰা-ছোৱালী দুজনৰ জীৱনৰ সতে নিজে ইচ্ছা কৰি বিয়া কৰোঁৱা দুজন ল'ৰা-ছোৱালীৰ জীৱনত মইতো বিশেষ প্ৰভেদ দেখা নাই অ' ৰাণু। একেদৰেই, একে সুখ-দুখৰ মাজেদিয়েইতো জীৱনবোৰ চলি যায়—।" সান্ত্বনা।

ৰাণুৰ কথাত সাধাৰণতে প্ৰতিবাদ নকৰে বায়েক বিনুৱে। তথাপি তাই কয়— "মই তোৰ দৰে বেছি পঢ়া নাই বা দেখাও নাই। গতিকে ক'ব নোৱাৰোঁ সেইবোৰ। কিন্তু মোৰ জীৱনটোলৈ চাই কচোন, একমাত্ৰ তোৰ ভিনিহিয়েৰ সতে প্ৰতি কথাতে মন নিমিলে বাবেই জানো জীৱনটো তিতা হৈ উঠা নাই? মই নিজে পচন্দ কৰি বিয়া কৰাব পাৰিলে জানো অন্ততঃ কিছুদূৰ নেজানিলো হেঁতেন কি কি বিষয়ত মোৰ সতে মিল আছে? এনেকুৱা অবুজ, সদায় খং ভাব লৈ থকা, একোতে ৰাপ নোহোৱা অকালবৃদ্ধ এজনক জানো মই বিয়া কৰালোঁহেঁতেন?"

ইয়াৰ উত্তৰটো ৰাণুৱে দিব নোৱাৰে।

'আই, দেউতা ক'ত?" দুয়ো উচাপ খাই সেইফালে চায়। চকীদাৰটো আহি কেতিয়া জানো ওচৰত নিঃশব্দে থিয় হৈছেহি।

সি আকৌ কয় "এই চিগাৰেটৰ পেকেট লওক। দেউতাই আনিব দিছিল। অ'— ভিনিহিয়েক বাহিৰলৈ আহিছিল এই বাবেই। ৰাণুয়ে ভাবিলে।

ৰাণুৰ নিৰ্দেশ মতে চিগাৰেট লৈ চকীদাৰটো ভিতৰলৈ যোৱাৰ পিছতো কেই মুহূৰ্তমান স্তব্ধ হৈ আছিল বিনু। তাৰ পিছত উচ্ছ্বসিতভাৱে কৈ উঠিল, "দেখিলি ৰাণু, নিজৰ বস্তুখিনিৰ বাবে এই মাজনিশাও চকীদাৰক পাচিছে, অথচ আজি দিনটো কুঠাৰ এখনৰ কথা কৈ কৈ গা লৰাব পাৰিছিলি নে—? সঁচায়ে কৈছো ৰানু, মই যেতিয়া কিবা এটা দৰ্কাৰি কথা সুধি সুধি গৈ থাকো তেখেতৰ ওচৰত, আৰু মোৰ সেই কথা কাণলৈ নিনি একান্ত মনে চিগাৰেটটো হুঁপি থাকে, এনে ভীষণ ইচ্ছা এটা জাগে যে চিগাৰেটটো যেন মুখৰ পৰা কাঢ়ি আনি নিজে ক'ৰবাত আত্মহত্যা কৰি মৰি যাওঁ।"

একেটাই হয়তো বিষয়বস্তু, কিন্তু তাৰৰূপ সলনি হয় বেলেগ বেলেগ পৰিস্থিতিত বেলেগ বেলেগ মনৰ মূডৰ বোল লাগি। ল'ৰাবোৰ কেনে হ'লে ভাল লাগে— ৰাণুৰ কলেজীয়া বান্ধৱীসকলৰ নানাতৰহৰ আলোচনাৰ ইয়ো এটা দিশ। চিগাৰেট খোৱা ল'ৰাক যে বেছি ভাল লাগে, বেছি ৰোমাণ্টিক লাগে, বেছি ভাগৰে মত সেইটো।

"সঁচায়ে ৰাণু, মোক কচোন এতিয়া মই কি কৰো? তইতো গুচি যাবি দুদিন পিছতে, মই এনে এখন পাগুব-বৰ্জিত দেশত চাৰিটা ল'ৰা-ছোৱালীৰ সতে এই অবুজ অমানুহ জনৰ লগত কেনেকৈ দিন কটাম—। তাতে এই পেটৰ বিষটো"। আকুলভাৱে বিনুৱে তাইৰ ফালে চায়।

প্ৰতিকাৰহীন সকলো অৱস্থাকে মানি লোৱা, এই উপদেশ এদিন আগতে মাথোঁ দি অহা নাছিল নে ৰাণুৱে? উপদেশ, যোগ্যতা! ক'ত গ'ল সেই উপদেশ?

তাইৰ জীৱনৰ পুঞ্জীভুত তিতাখিনি, আৰু জীৱনে বিনুলৈ অনা এই তিল তিল বিষবোৰ, 'কোন বেছি দুৰ্ভগীয়া? তাই বাৰু পাৰিলেহেঁতেন নে নাই এই প্ৰতি মুহূৰ্তৰ বেদনাবোৰ সহিব— ?

আকাশত তৰাবোৰ জিলিকিছে। তাৰ মাজত সেই ৰঙচুৱা তৰাটো— ৰাতি আঁকৌ কুতুবমিনাৰৰ যুগান্তৰৰ অপাৰ্থিৱতাই অধিকাৰ কৰা মৰা মিলৰ চিম্‌নিটোৰ পিছফালে জিলিকি আছে—! খুব চিনাকি ৰাণুৰ। মন বেয়া লগাই দিয়া মঙ্গল গ্ৰহ! সেই অমঙ্গলীয়া তৰাটোৰ ফালে চাই চাই তাইৰ মনত পৰে বন্ধু জনলৈ।

গ্ৰহটো তেওঁয়েই প্ৰথম চিনাই দিছিল তাইক। জীৱনক সহজভাৱে গ্ৰহণ কৰাৰ সাধক। ৰাণুৰ দুখৰ অতীতটোত তেঁৱেই তাইক সকলোবোৰ সহজ প্ৰশান্তিৰে মানি লোৱাৰ পথ দেখুৱা নাছিল জানো?

মঙ্গল গ্ৰহটোলৈ চাই চাই ভাবে ৰাণুৱে, বন্ধুজনে আজিও একেদৰে বিনুকো একে পথকে দেখুৱাব পাৰিলেহেঁতেননে? তাই ক'ব নোৱাৰে। কিন্তু নিজক হ'লে তাইৰ হজৰত মহম্মদৰ মিঠাই খোৱা অৱস্থালৈ ঘূৰি যোৱা যেন লাগিল।

## (২)

সেই দিনযাপন আৰু প্ৰাণধাৰণৰ গ্লানিৰ গতানুগতিকতাৰেই চলি গৈ আছিল ৰাণুৰ বায়েক বিনুৰ জীৱন। লগে লগে ৰাণুৰো। প্ৰায় এপষেকে হ'লহি, তাই কিন্তু এতিয়াও তাতেই আছে। ঘৰলৈ যোৱাটো হোৱা নাই। বিনুক সেই ঠাইখনত তেনেকৈ সঙ্গীপূৰ্ণ অকলশৰীয়াকৈ এৰি থৈ যাবৰ সত যোৱা নাই এতিয়ালৈকে। তদুপৰি তাইৰ নিজৰ চহৰখনৰ প্ৰতি, ঘৰখনৰ প্ৰতি তেনে বিশেষ কোনো আকৰ্ষণৰো উপলক্ষ্য নাই। কামো নাই তেনে একো। অৱশ্যে প্ৰমিলাহঁতক মাজে মাজে লগ পাবৰ মন যায়। তেনে মন যোৱা আৰু দুই-এটা কিবাকিবি নোহোৱা নহয়। ৰেডিঅ'টো আছে ঘৰত।

চহৰৰ লাইব্ৰেৰীটোলৈ নতুন কিতাপ কিছুমান অহাৰ কথা আছিল অলপতে। ভাবিলে অৱশ্যে আৰু দীঘলীয়া হৈ যায় আকৰ্ষণৰ হিচাপটো— শেষত গৈ এটা অস্বীকাৰ কৰিব নোৱাৰা সত্যকেই মনটোৱে বুজি পেলায়, এখন গাঁৱৰ দৰে ঠাইত থকাতকৈ চহৰত থাকিয়েই ভাল লাগে ৰাণুৰ। তেতিয়া আকৌ বিনুৰ দুৰ্ভাগ্যৰ আন এটা ফাল মনত খেলাই যায়— বিনুওতো চহৰৰে ছোৱালী আছিল এদিন, তাইৰোতো আছে চহৰীয়া জীৱনৰ মোহ—

যিহওক, থাকি গ'ল কিন্তু ৰাণু তাতেই। মনে মনে ঠিক কৰি পেলালে— এম.এ. আৰু তাই নপঢ়ে। দদায়েকে অৱশ্যে মাতি পঠাইছে তাইক। কিন্তু ওঁহো, কলিকতালৈ আৰু তাই ঘূৰি নেযায়। অভিশপ্ত নগৰী, তাইৰ বাবে অন্ততঃ। বৰ ভয় লাগে তাইৰ। তালৈ আকৌ যোৱাৰ কথা ভাবিলেও গা-মন শিয়ৰি উঠে দেখোন। মহানগৰীক জানো শেষ বিদায় জনাই অহা নাই তাই? সুনীল, আশীষ আৰু বন্ধু— সেই জীৱনক সহজভাৱে লোৱাৰ সাধক বন্ধুজন— জীৱনৰ তিনি ধৰণৰ তিনিটা দুৰ্ঘটনা ঘটিছিল সেই একেখন ঠাইতেই। নাই, সঁচায়ে তাইৰ বুকু কঁপি উঠে আকৌ কলিকতালৈ ওভতাৰ কথা ভাবিলে ; ওঁহো তাই নেযায়, যাব নোৱাৰে।

কিন্তু কিবা এটা কৰিবতো লাগিল। জীয়াই আছে যেতিয়া জীৱনৰ মানেওতো এটা বিচাৰি ল'ব লাগিব তাই। গুৱাহাটীলৈ গৈয়ো এম. এ. পঢ়িব নোৱাৰি, হোষ্টেলৰ খৰচ দিয়াৰ সামৰ্থ্য নাই দেউতাকৰ। চাকৰি, এৰা চাকৰিয়েই বিচাৰি ল'ব লাগিল আৰু। বৰ্তমানলৈ সুযোগো এটা ওলাই গ'ল ৰাণুৰ। বায়েকৰ সেই নহয় নগৰ, নহয় গাঁও ধৰণৰ ঠাইখনতে। স্থানীয় উৎসাহী মানুহ কেইজনমানৰ চেষ্টাতে ছোৱালী মাইনৰ স্কুল এখন গঢ়ি উঠিব ধৰিছে। বি.এ. পাছ কৰা ছোৱালীজনীয়ে অতি সহজতে হেড মিষ্ট্ৰেছৰ বাবটো পাই গ'ল।

চিঠি লিখি ঘৰলৈ তাইৰ সিদ্ধান্ত জনাই দিলে ৰাণুৱে। ঘৰত থাকি ঘৰৰ প্ৰতি কৰিবলগীয়া কৰ্তব্য তাইৰ বিশেষ নাই। মাকক ঘৰ চলোৱাত সাহায্য কৰিবলৈ ননী আছে। বৰং সকলোৱে সুখেই পাব যে বেচেৰী বিনুজনীৰ অলপ সকাহৰ সুযোগ হ'ব।

ঘৰৰ পৰা সন্মতি আহিল। চিঠিখন হাতত লৈ সিদিনা ৰাণুয়ে স্বস্তিৰ নিশ্বাস এটা পেলালে। তাৰ মানে— তাইৰ বিয়াৰ কথা এতিয়াও ভবা নাই ঘৰত। অন্ততঃ কোনো দৰা ঠিক হোৱা নাই। সেই এটা আশংকা মনত ৰাখিয়েই তো তাই বিনুৰ লগত থকাৰ অনুমতি খুজি পঠাইছিল, আচলতে চাকৰিৰে পলায়ন। তেনে কিবা আসন্ন শুভকৰ্মৰ সম্ভাৱনা থাকিলে নিশ্চয় তাইক সন্মতি নিদিলেহেঁতেন। ৰক্ষা— অন্ততঃ বৰ্তমান কেই দিনমানলৈ আৰু এটা সমস্যাৰ পৰা ৰাণুৰ সচাঁয়ে মুক্তি। মনটো বহুতখিনি পাতল হ'ল সিদিনা তাইৰ।

অকল স্কুলতে নহয়, ঘৰতো ছাত্ৰ গঢ়ি তুলিলে ৰাণুৱে। বুবুলটো বুদ্ধিমান ল'ৰা। বৰ সোনকালে পঢ়াশুনাত আগবাঢ়িব পাৰে। ৰাণুৱে তাৰ ভাৰ ল'লে। বিনুৰ এন্ধাৰ মুখখন অলপ উজ্জ্বল হৈ উঠিল। অনিল চৌধুৰীৰ গহীন মুখতো তৃপ্তিৰ আভাস। ৰাণুৰ মনতো তাৰ কঁপনি লাগে। এৰা, জীয়াই থাকিবলৈ আচলতে সিমান বেয়া নহয়, যদিহে কোনো মানে, কোনো সাৰ্থকতা বিচাৰি পোৱা যায়। কাৰোবাৰ কামত লাগি, প্ৰয়োজনীয় হৈ দিন কটোৱাৰ একধৰণৰ বিশেষ তৃপ্তি আছে সঁচায়ে। অন্ততঃ ৰাণুৰ বাবে যেন জীয়াই থকাৰ টেক্স সেয়ে। এদিন অৱশ্যে আৰু বেছি সুযোগ আহিছিল জীৱনলৈ। সুনীল। তাৰ জীৱনৰ প্ৰেৰণা। কিন্তু অক্ষম ৰাণুৰ মন। তাই নোৱাৰিলে তাৰ জীয়াই থকাৰ মানে হ'বলৈ। সেই অসহায়তাক তাই ক্ষমা কৰিছে এতিয়া। হয়তো সুনীলেও কৰিছে। হয়তো কিয়, নিশ্চয়েই। সুনীলক জনাৰ পৰা তাই সেই ধাৰণা জানো কৰি ল'ব নোৱাৰে?

কিন্তু সেই ইতিহাস আজি থাওক। এটা দুখৰ গল্প, মৰি যোৱা অতীতৰ সাধু। বৰ্তমান জীৱনত তাৰ ছাঁও পৰিবলৈ দিয়াৰ ইচ্ছা নাই ৰাণুৰ। বুবুল তাইৰ ছাঁ, বিনু— বিনুৰ সংসাৰ ; নতুনকৈ হোৱা স্কুলখন, তাৰ ছাত্ৰীবোৰ, তাতে তাইৰ মাষ্টৰী জীৱন। সকলোবোৰ বৰ্তমানৰে কথা, তাইৰ এতিয়াৰ বাস্তৱ জীৱনৰে কথা, সাধু নহয়। সেয়েই সত্য হৈ থাওক।

আগতে চকীদাৰ থকা আৰু এতিয়া বিনুহঁত থকা ঘৰটো সৰু হ'লে কি হ'ব, কম্পাউণ্ডটো হ'লে প্ৰকাণ্ড। চহৰীয়া সংকীৰ্ণতা নাই। আগফালে, পিচফালে, দুয়োদাঁতিত— চাৰিওফালেই ঘাঁহনি পথাৰ। পাকঘৰটোৰ সি দাঁতিৰ ঘাঁহনিডৰাত কাপোৰবোৰ ধোবাহঁতে মেলাৰ দৰেই মেলি দিয়া আছিল। ৰাণু চপাবলৈ গ'ল।

বুবুলে বিচাৰি বিচাৰি তাইক তাতে লগ ধৰিলেগৈ।

"মাহীদেউ, মাহীদেউ, পিয়নটোৱে চিঠি এখন দি গ'ল, হোঁৱা, ধৰা"—

বুবুলৰ এটা সহজাত বুদ্ধি। মাহীয়েকৰ সতে কিতাপপত্ৰৰ সম্বন্ধ দেখিয়েই হয়তো সি ভাবে, চিঠিও যেতিয়া পঢ়িবলগীয়া বস্তু, সিয়ো তেন্তে মাহীয়েকৰে প্ৰাপ্য। কেতিয়াবা যদি চিঠি দিবলৈ আহি পিয়নটোৱে তাক পাই তাৰ হাততেই দি থৈ যায়, সি মাহীয়েকৰ হাততে দিয়েহি।

চিঠিখন পিছে ৰাণুৰে। আৰু সেইখন হাতত লৈ ঠিকনাৰ আখৰ কেইটা চাওঁতেই গোটেই গাটো যেন এবাৰ জিকাৰ খাই উঠে তাইৰ। বুকুৰ স্পন্দন হঠাৎ অসম্ভৱ ধৰণে বাঢ়ি যায়। সুনীল-সুনীলৰ চিঠি যে! কি ঘটনা বাৰু? হঠাৎ কি হ'ল?

কঁপা হাতেৰে তাই চিঠিখন খুলিবলৈ লয়—। খামৰ চিঠি, গতিকে তাই ব্লাউজৰ চেফ্‌টিপিন এটা উলিয়ায় আৰু লগে লগেই কিবা একধৰণৰ হাঁহি এটা আপোনা

আপুনিয়েই যেন তাইৰ মুখত বিৰিঙি উঠে। মনত পৰিছে। তাইৰ ওচৰত বহি থাকোতেই এদিন তাইলৈ তেতিয়াই অহা চিঠিখন জধেমধে খামটো ফালি উলিয়াওতে সুনীলে কৈছিল নহয়— "ইমান ননআৰ্টিষ্টিক কামবোৰ কেলেই তোমাৰ ৰাণু?"

চেফ্‌টিপিনটোৰে সাৱধানে খামটো খোলে ৰাণুৱে। সুনীলে সাধাৰণ ভাৱেই লিখিছে— সি বিনুহঁতৰ ঘৰলৈ আহি পোৱাৰ দিনটোৰ খবৰ দি। ৰাণুৱে হিচাপ কৰি চালে— "তেন্তে কালিয়েইচোন সুনীল আহি পাব"— আকৌ এবাৰ শিয়ৰি উঠে তাই। বুকুৰ ধপ ধপনি আকৌ আৰম্ভ হয়।

পঢ়ি উঠা চিঠিখন হাতৰ ভিতৰত মুঠি মাৰি ধৰি দুশ্চিন্তাত ৰাণুৰ কপালৰ ঘাম নিগৰে, গাঁথি থোপা খায়। এনেকৈ ইমান দিনৰ পিছত, ইমান নীৰৱতাৰ পিছত সুনীলে হঠাৎ আজি কিয় বাৰু তাইক লগ ধৰিবলৈ বিচাৰিছে? এৰা, তাইকেই লগ ধৰিবলৈ বিচাৰিছে নিশ্চয়, লগত থকা তাইৰ ভিনিহিয়েকলৈ লিখা চিঠিৰ টুকুৰাটোত থকা কথাখিনি— সিয়ে বহুতদিন ককায়েক নবৌৰেকহঁতক দেখা নাই বাবে ছুটিলৈ আহিছে, সেইটো যে মাথোঁ এটা অজুহাত তাকতো ৰাণুৱে বুজিছে আৰু বুজিছে তাইৰ সেইখিনি বুদ্ধিৰ ওপৰত সুনীলৰো আস্থা আছে। নহলে সি এনেকৈ মুৰামুৰি সময়ত হঠাৎ অহাৰ খবৰটো দি ৰাণুৰ পলোৱাৰ বাট বন্ধ কৰি নেপেলালেহেঁতেন। সুনীলৰ সেই সামান্য সুচতুৰ হিচাপ বুদ্ধিৰ কথা ভাবি এবাৰ মনতে নেহাঁহি তাই নোৱাৰে।

কিন্তু সঁচাকৈ— ৰাণুৱে ভাবি ভাবি আৰু কাৰণ বিচাৰি উলিয়াব নোৱাৰে, সুনীলে কেলেইনো তাইক লগ পাবলৈ বিচাৰে। আচৰিত! অতীতৰ যিটো অধ্যায় শেষ হৈ গ'ল সিহঁত দুয়োৰো জীৱনত— সুনীলে কি আকৌ তাৰে সোঁৱৰণিকে লৈ কিবা নতুন পৰীক্ষা চলাব খোজে? নে হঠাৎ ৰাণুক চাবৰ বৰ মন গৈছে? বাৰু, সি কি আকৌ এবাৰ ৰাণুৰ মনৰ সম্ভেদ ল'বলৈ আহিছে— কিজানি তাহানিৰ অপৈণত মনৰ ৰাণুৰ মতৰ সলনি হৈছেই? নানা সম্ভাৱনা— হবও পাৰে, নহবও পাৰে। তাই একো ক'ব নোৱাৰে। ওহোঁ সঁচায়ে তাই ভাবিব নোৱাৰে— কিনো হ'ব পাৰে!

চিঠিখন আকৌ এবাৰ পঢ়ি উঠি খামটোত সুমুৱাই থৈ ৰাণুৱে চাই পঠিয়ায়— অস্পষ্টভাৱে দেখা দূৰণিৰ পথাৰৰ মাজে মাজে ধোঁৱা উলিয়াই আহি থকা ৰেল গাড়ীখনলৈ। সুনীলো কালি আহি পাব নহয় সেই একেটা ৰেল আলিয়েদি, একেটা দিশৰ পৰাই। একেখন গাড়ী নহ'বও পাৰে অৱশ্যে।

সুনীল। সুনীল চৌধুৰী। ৰাণুৰ ভিনিহিয়েকৰ ভায়েক, বিনুৰ দেওৰেক এই সুনীল চৌধুৰীৰ লগত তাইৰ পৰিচয় কলিকতাত দদায়েকৰ ঘৰত থাকি পঢ়া কালছোৱাতে। ৰাণুৰ জীৱনৰ প্ৰথম পুৰুষ, যাৰ সঙ্গীত্ব তাইৰ সকলোতকৈ ভাল লাগিছিল, কিন্তু যাক তাই ভাল পাব পৰা নাছিল। অথচ সুনীলৰ ককায়েক অনিল চৌধুৰীৰ গাত ভায়েকৰ

কিছুমান গুণ থাকিলেও বিনুৰ জীৱনটো আজি অন্ততঃ ইমানখিনি জীয়াতে মৰা হ'ব নেলাগিলহেঁতেন। দুজনী বাইভনী একেঘৰতে, একেলগে একে ধৰণৰ যত্ন আৰু পৰিবেশতেই ডাঙৰ দীঘল হোৱা। তথাপি দুয়োৰো সমস্যা কি অদ্ভুতভাৱেই যে বেলেগ। ৰাণুৱে ভাবে, আচৰিত অৱশ্যে নহয়। এয়েই জীৱন। Life is like that!

দিনটো গৰমৰ পিছত দক্ষিণ ফালৰ পৰা অলপ অলপ বতাহ বহিবলৈ ধৰিছে। মনটো নহলেও, গাটো জুৰ পৰি যায় ৰাণুৰ। ঘৰৰ ভিতৰত সোমাবলৈ আৰু মন নেযায়। ঘাঁহনিতেই বাগৰি পৰে তাই। ওচৰতে এখন কাপোৰৰ পৰা বনগুটি আঁতৰাই বহি থকা বুবুলে মাত লগায়— "তেনেকৈ ঘাঁহত নেবাগৰিবা মাহীদেউ, নাকে কাণে পোক সোমাব।" —কিন্তু মাহীয়েকে তাৰ কথালৈ কাণসাৰেই নকৰা বাবে— "যি হয় হওক তেন্তে, মোৰনো কি"— এনে এটা মনোভাবেৰে সি আকৌ তাক কোনেও কৰিবলৈ নোকোৱা কামটোতে মন দিলে।

দুখৰ অতীত এটা থাকিলে তাক সকলোৱে পাহৰি থাকিবলৈ বিচাৰে। ৰাণুৱেও। কিন্তু মাজে মাজে যে এনে বেয়াকৈ লুকাভাকু খেলি থাকেহি সেই এৰি অহা দিনবোৰৰ সোঁৱৰণি সোপাই। তাতে যদি এটা উপলক্ষ্য ওলায় তেতিয়াতো আৰু কথাই নাই। একেবাৰে যেন হেচি ধৰে। আজিও সুনীলৰ অপ্ৰত্যাশিত চিঠিখনে তাইক তাই নিবিচৰাকৈয়ে অতীতৰ স্মৃতিৰ মগ্নতাত ডুবাই দিয়ে— কেতিয়া যে পশ্চিমৰ বেলিটো ক্ৰমে ডাঙৰ আৰু ৰঙা হ'বলৈ আৰম্ভ কৰে, খেয়ালেই নাথাকে আৰু তাইৰ।

সুনীলৰ মতে দ্বিতীয় যদিও আচল পৰিচয় হয় কলিকতাৰ দদায়েকৰ ঘৰতেই। প্ৰথম পৰিচয়— ঠিক পৰিচয় বুলিব নোৱাৰি অৱশ্যে— হয় বিনুৰ বিয়াৰ সময়ত। সামান্য। তাতকৈ আগবঢ়া নাছিল অলপো। প্ৰয়োজন, সুবিধা, ইচ্ছা, একেবাৰেই নাছিল যেতিয়া। মাথোঁ সুনীলে জানিছিল বৌৱেকৰ ৰাণু নামৰ ধুনীয়া ভনীয়েক এজনী আছে আৰু ৰাণুৱেও জানিছিল খুব কথকী সুনীল নামৰ একমাত্ৰ সৰু ভায়েক এজন আছে তাইৰ ভিনিহিয়েকৰ। অৱশ্যে ৰাণুৰ পৰিচয়টো বোধহয় আৰু এখোজ আগবঢ়াই আছিল। তাইৰ দুষ্ট ভায়েকটোৱে বিনুৰ বিয়াৰ পিছত দৰাঘৰীয়া মানুহবোৰৰ বিষয়ে হোৱা মুখৰোচক আড্ডাত সুনীলৰ প্ৰসংগত যি এটা মন্তব্য দিলে, ৰাণুৱে শুনি নেহাঁহিবৰ চেষ্টা কৰিও হাঁহি দিছিল। দুষ্ট ভায়েকটোৱে ক'লে— "আমাৰ ভিনদেউৰ ভায়েকে কিন্তু অতি সহজতে চাকৰি পাব দেই!"

ননীয়ে সুধিছিল— "কিয়!"

সি বুজায়— "তেওঁ যদি চাকৰিৰ বাবে দিয়া দৰ্খাস্ত খনত এষাৰ কথা বেছিকৈ যোগ কৰি দিয়ে— মোক ল'লে আপোনালোকৰ গৰমৰ দিনত ফেন আৰু চিয়াহীৰ আৱশ্যক নহ'ব— তেতিয়াই তেওঁৰ চাকৰি মঞ্জুৰ হৈ যাব নহয়"—

ননীয়েই আকৌ সোধে— "মই একো বুজা নাই তথাপি"—

ভায়েকে এইবাৰ সহজ ভাষাত বুজায়— "কাৰণ ফেন নিদি ঘামিবলৈ দিলেই তেওঁৰ গাৰপৰা ক'লা চিয়াহীৰ নিজৰা বব যে—!"

সকলোৰে হাঁহিত সিদিনা ৰাণুৱেও যোগ দিলেও পিছ মুহূৰ্ততে অৰশ্যে গহীন হৈ গৈ ভায়েকটোক ডবিয়াইছিল।

ক'লা কুৎসিত ৰূপটোৰে সুনীলক সাধাৰণভাৱেই মনত আছিল ৰাণুৰ।

তাৰ পিছত কলিকতাই তাইক ল'ৰাজনৰ বাহিৰৰ কুৰূপতাৰ ফাঁকেদি ভিতৰৰ সৌন্দৰ্যও দেখুৱাইছিল এদিন। ভালকৈয়ে দেখুৱাইছিল। সেয়েতো তেতিয়া তাত ফিফথ্ ইয়েৰত এম. এ. পঢ়ি থকা ল'ৰাজনৰ লগত ৰাণুৰ ইমানদূৰ ঘনিষ্ঠতা হ'বলৈ পালে।

আই. এ.ৰ পিছত ৰাণুক দদায়েকে লৈ গ'ল নিজৰ লগত ৰাখি পঢ়ুৱাবলৈ। ৰাণুৰ প্ৰায় সমবয়সী জীয়েকজনীৰ বিয়া হৈ যোৱাত ঘৰখন বৰ উদং হৈ গৈছিল তেওঁৰ। একেজনী মাথোঁ জীয়েক।

ৰাণুৰ খবৰটো সুনীললৈ বিনু আৰু ভিনিহিয়েকে লিখিলে। দদায়েকলৈও সুনীলৰ কথা লিখিলে। গতিকে শেষত গৈ পৰিস্থিতিয়ে সুনীলক এদিন হাৰ্ডিঞ্জ হোষ্টেলৰ পৰা ভবানীপুৰৰ দদায়কেৰ ঘৰলৈ টানিলে।

সিদিনা হোষ্টেললৈ উভতি আহি সুনীলে তাৰপিছত ভাবিছিল— "ৰাণুক নবৌৰ ভনীয়েক যেন নেলাগেই—"

ৰাণুৱেও ভাবিছিল প্ৰায় একেদৰেই— "আমাৰ ভিন্‌দেউৰো এনে এজন ভায়েক থাকিব পাৰে!"

তাৰপিছত সেই এদিনীয়া অলপ মুগ্ধতাকে কেন্দ্ৰ কৰি দুয়োৰে মাজত গঢ়ি উঠিছিল ঘনিষ্ঠ বন্ধুত্ব। দুয়োৰো অবাধ মিলামিছাত বাধা নাছিল। মহানগৰীৰ বিশাল বুকুত দুজন ল'ৰা-ছোৱালীৰ বন্ধুত্বক কেন্দ্ৰ কৰি আলোচনা চলাবলৈ কাৰনো অৱসৰ আছে? ইফালে ঘৰৰ পৰাও নাছিল বাধা। কলিকতীয়া স্বাধীনতাত অভ্যস্ত হৈ গৈছিল দদায়েকহঁত। তাতে সুনীল আত্মীয় ল'ৰা আৰু পঢ়া-শুনাত নাম কৰা ভাল ল'ৰা। গতিকে— কলেজ ছুটিৰ পিছতেই হওক বা ক্লাছ ক্ষতি কৰিয়েই হওক, দিনে প্ৰায় এবাৰকৈ প্ৰেছিডেন্সিৰ গ্ৰাউণ্ডত বহি আড্ডা দিয়াটো সুনীল আৰু ৰাণুৰ নিত্য নৈমিত্তিক কৰ্ম হৈ পৰিছিল।

প্ৰায় এটা বছৰ বাগৰি গৈছিল তাৰ পিছত। ৰাণুৱে পৰীক্ষা দি বি.এ. ক্লাছৰ দ্বিতীয় বাৰ্ষিক আৰু সুনীলে পৰীক্ষা নিদি ৬ষ্ঠ বাৰ্ষিক পাইছিল গৈ এদিন।

তাৰ পিছত সেই ৰাতিটো আহিছিল— সিহঁতৰ ধেমেলীয়া নামকৰণ— "Night of all nights"। চিক্সথ ইয়েৰৰ আৰম্ভণিতে, ভাগ্যৰ জোৰতেই বুলিব

লাগিব, দিল্লীৰ ৰেডিঅ'ত অসমৰ পৰা মনোনীত হোৱা বাতৰি পঢ়োতা দুজনৰ ভিতৰত এজন হ'ল গৈ সুনীল। পঢ়া-শুনা বাদ দি সি চাকৰিটোতে সোমোৱাৰ ঠিক কৰিলে। সিতো নুবুজা নহয়, তাক পঢুৱাবলগীয়া হোৱা বাবেই অনিল সাংসাৰিক জীৱনত কত অসুবিধা হ'বলৈ পাইছে। সেই গ্লানিটোৱে তাক ইমানদিন স্বস্তিত থাকিবলৈ দিয়া নাছিল। ইফালে ককায়েকৰ সংসাৰ বাঢ়ি আহিব ধৰিছে, কিন্তু উপাৰ্জনতো আৰু সেই অনুপাতে বঢ়া নাই। দেউতাকেও পেঞ্চন পালে সিদিনা। পেঞ্চন নোপোৱাতো অৱশ্যে সাহায্য পোৱা নাছিল। বৰ কম আয়। কলিকতালৈ পঢ়াবলৈ পঠিয়ালেতো অনিল চৌধুৰীয়ে। সেই নীৰস মানুহজনৰ নুমলীয়া ভায়েকটোৰ প্ৰতি কিবা এটা গভীৰ চেনেহ আছিল। নিজৰ জীৱনত আৰু একো নহ'ল— মৰমৰ ভায়েকটোৱেই হওকচোন। কলিকতা হেনো এনে এখন ঠাই, য'ত সকলো ফালৰ উন্নতিৰে সুযোগ সুবিধাবোৰ আছে। এইদৰে ভাবিয়েই সিদিনা একোতে আগ্ৰহ, ইচ্ছা নথকা অনিল চৌধুৰীয়েও নিজৰ খৰচৰে ভায়েকক পঠালে।

ৰাণুৱেও তাক পৰামৰ্শ দিছিল সেইটোকে, চাকৰি লোৱাটোকে। এম. এ. পাছ কৰি বৰ জোৰ ক'ৰবাৰ প্ৰাইভেট কলেজত চাকৰি এটাহে পোৱা যাব। নাই, পৰাপক্ষত তেনে ভাত নিমিলা চাকৰিত নোসোমোৱাই ভাল। সন্মান বাদ দিয়ক— টকাৰ আগত আজিৰ দিনত সন্মান তুচ্ছ। টকাৰেই তেনে কত মান সন্মান বেচাকিনা হৈ যাব লাগিছে।

সুনীলে তাৰ পিছত কলিকতা এৰিছিল। অৱশ্যে তাৰ আগতে অনিল চৌধুৰীক প্ৰতিশ্ৰুতি দিলে— এম. এ. টো বাৰু পাছ কৰিবই এদিন। বুৰঞ্জী যেতিয়া, নিজেই পঢ়াশুনা চলাই থাকিব পাৰিব।

দিল্লীলৈ যোৱাৰ আগদিনা সন্ধিয়া। ৰাতিও হৈ আহিল। মনুমেণ্টৰ তলত, কাৰ্জন পাৰ্কত বায়ুসেৱী মানুহৰ ভীৰ ক্ৰমে কমি আহিছিল। জনকোলাহল মাথোঁ অদুৰৰ চৌৰঙ্গীখনত। সেই নিজানৰ অৱসৰ ল'লে সুনীলে। বহুত দিন ধৰি বহুত ডেকাই সুধি অহা সাধাৰণ, স্বাভাৱিক প্ৰশ্ন এটাকে সিয়ো কৰি পেলালে ৰাণুক। তাই কিন্তু তাতেই স্তব্ধ হৈ ৰ'ল। আকাশৰপৰা পৰা বোলা কথা এটা আছে, তাইৰো তেনে যেনেই হ'ল। সুনীলক বিয়া কৰোৱা, সুনীলৰ সতে প্ৰেম? কি অদ্ভুত। এনে ধৰণৰ কোনো কথাচোন তাইৰ মনত কাহানিও এখন্তেকৰ বাবে ভুমুকি মৰাও নাই। আচৰিত— আৰু— ছিঃ! কিবা অদ্ভুত বিতৃষ্ণা, গ্লানি, লাজ,— নানা কিবাকিবি অনুভূতিৰ সংমিশ্ৰণত মন ভৰি গ'ল তাইৰ।

সুনীলে সেই স্বীকাৰোক্তিত অবাক হ'ল, আঘাত পালে। আঘাতটো বেছিকৈ লাগিল— তাই সুনীলক ভাল পায় এনে এটা কথা কোনোদিন মনলৈ নহাৰ বাবে নহয়, কিন্তু সি যে ৰাণুক ভাল পাই আহিছে এই কথাটোও ইমানদিনে তাৰ নানা ধৰণৰ স্পষ্ট

ব্যৱহাৰৰ পৰাও গম নোপোৱাৰ বাবেহে। সিযে বুদ্ধিমতী ৰানুৰ বুদ্ধিৰ দৈন্যহে প্ৰমাণ কৰিলে। বিশেষকৈ তাইতো আৰু সৰু ছোৱালী নহয়, বাস্তৱত বাৰু নেলাগেই, কিতাপ-পত্ৰত তো অন্ততঃ এইবোৰ পঢ়িছে তাই। আচৰিত— খুউব আচৰিত। তাইৰ দৰে ছোৱালীজনী, সুনীলে যাক দেখি আহিছে, অলপ অলপ আভাসৰ পৰাও তাৰ মনৰ প্ৰায় সকলো কথাকে বুজি অহা, সেই তাইৰে এনে অদ্ভুত, অবিশ্বাস্য অজ্ঞতা? ই বাৰু সঁচায়ে অকৰামি নে কিবা এটা গভীৰ সাৰল্য আৰু পৱিত্ৰতা? ইমানদিনে চিনি অহা ৰাণুজনীক তাৰ সিদিনা ৰাতি হঠাতে বৰ অচিনাকি যেন লাগি গৈছিল।

তথাপিও, সেই ৰাণুৱেই, সেই ৰাতিয়েই, শেষত গৈ স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল— এৰা, তায়ো তেনেহ'লে ইমান দিনে সুনীলক ভাল পায়ে আহিছে। সঁচায়েতো, অনাত্মীয় অচিনাকি ল'ৰা এজনৰ স'তে তাইৰ এই গভীৰ ঘনিষ্ঠতাক প্ৰেমৰ বাহিৰে উপযুক্ত নাম কিয়েই বা দিব পৰা যায়? তাতে আকৌ সুনীলটোৱে সিহঁত দুটাৰ এৰি অহা বছৰটোৰ এনে কিছুমান তাই তেতিয়া একো অৰ্থত নোলোৱা ঘটনাৰ উল্লেখ কৰি বিশ্লেষণ কৰি দেখুৱালে— যিবোৰ সিদিনা কাৰ্জন পাৰ্কত বহি নতুনকৈ ভাবি চাই, তেতিয়াৰ তাইৰ নতুনকৈ চাব জনা মনটোৱে ব্যাখ্যা পালে একমাত্ৰ ভালপোৱা শব্দটোৰ মাজেদিয়েই। এৰা, তাইৰ নানা ধৰণৰ উপন্যাস পঢ়া মনস্তাত্বিক জ্ঞানেওতো এই একেই কথাকে কয়।

যুক্তিৰে, অনুভূতিৰে নহয়— প্ৰমাণ কৰি পেলোৱা তাইৰ সিদিনাৰ প্ৰেম! আজি ৰাণুৰ সেই অতীতৰ ৰাণুজনীলৈয়ে ইমান মৰম লাগি যায়! সুনীলে তাইৰ হাতখন তাৰ হাতৰ মুঠিত সোমাই লওঁতে কিবা এটা অস্বস্তিত যে তাইৰ মনে 'না' কৰি উঠিছিল— নৈতিকতাৰ গ্লানি নে স্বাভাৱিক বিতৃষ্ণা সিদিনা ঠিক ধৰিব নোৱাৰিলেও আজিতো ৰাণুৱে বুজে সি তাইৰ ভাল নোপোৱাৰে প্ৰতিক্ৰিয়া— আৰু, আৰু সুনীল যে ধুনীয়া নহয়!

সিদিনা ৰাতি আৰু তাইৰ টোপনি আহিবই নুখুজিছিল। সেই বেদনা আৰু অস্বস্তিয়ে মন ভাৰাক্ৰান্ত কৰি তোলা অনুভূতিটো আজি যেন আকৌ এবাৰ নতুনকৈ অনুভৱ কৰে ৰাণুৱে। তাক জানো তাই কেতিয়াবা কাৰোবাৰ আগত মুখৰ ভাষাৰে, লেখাৰ ভাষাৰে প্ৰকাশ কৰিব পাৰিব? অদ্ভুত! ভালপালে হেনো কিবা অভূতপূৰ্ব, অপৰিসীম আনন্দ এটা জাগে, কিন্তু তাইৰ কেলেই অকণিও ভাল লগা নাই? আৰু এটা কথা— বিনুৰ বিয়াৰ পিছত সুনীলৰ চাকৰি লৈ কৰা দুষ্ট ভায়েকটোৰ মন্তব্য কিয় বাৰু মনলৈ আহিল সিদিনা ৰাণুৰ? নিজৰ মনক ডবিয়াইছিল তাই। কিন্তু—তথাপিও—! তাইৰ এবছৰৰ হাঁহিৰঙা দিনবোৰৰ বন্ধু সুনীল শেষত গৈ তাৰ প্ৰেমিকহে হ'লগৈ নে? এই কথাটো যে তাইৰ কেলেই ভাল লগা নাই!

দদায়েকৰ দেৱাল ঘড়িটোৱে যেতিয়া শেষ ৰাতিৰ জাননী দিলে, তাৰ পিছতহে সিদিনা ৰাণুৰ চকুলৈ টোপনি নামিছিল।

পিছদিনা পুৱা উঠি তাই 'মহুয়া'খন উলিয়ালে আৰু "অসমাপ্ত" কবিতাটোতে স্তব্ধ হৈ ৰ'ল। সুনীলে আগদিনা কৈছিল নহয়— কবিতাটোৰ শেষৰ লাইন কিটাতে হয়তো ৰাণুৰ প্ৰকৃত মনস্ততঃ লুকাই আছে। বাৰে বাৰে পঢ়িলে— মনতে বাৰে বাৰে আওৰালে— "আজি মোৰ দৈন্য কৰো ক্ষমা"। সঁচায়ে, ৰাণুৱে মনে মনে সুনীলক ক্ষমা ভিক্ষা কৰি থৈছিল সিদিনা।

দিনবোৰ পাৰ হৈ যায়। সুনীললৈ নিয়মিতভাৱেই চিঠি লিখি যায় ৰাণুৱে। অথচ— ক'ৰবাত যেন ডাঙৰ কেনা এটা। তাই নিজেও সন্তুষ্ট নহয় লিখি সুনীলো সন্তুষ্ট নহয় পঢ়ি। ক্ৰমে সি প্ৰায় অনুযোগ কৰিবলৈ ধৰিলে তাইৰ চিঠিৰ প্ৰাণহীনকালৈ।

সুনীলৰ অনুযোগ অস্বীকাৰ কৰিব নোৱাৰে তাই। কিন্তু কি কৰে তাই অক্ষম মনটোক লৈ? হৃদয়ৰ তাপেই যেতিয়া নেথাকে, প্ৰাণহীন কলমডালেনো কেনেকৈ সজীৱ চিঠি এখন লিখিব পাৰে। কান্দিবৰ মন যায়। সন্দেহ হয় তাইৰ মূল কেনাটো সেই ভাল পাব নোৱাৰাৰ অক্ষমতাতেই।

কিন্তু তথাপি, সুনীলৰ সতে সেই সম্পৰ্ক ৰাখিয়েই চলি গৈছিল তাই। ভয় লাগে যেঁ, তাইৰ 'না' কথাটোৱে সুনীলৰ জীৱনত কিমান তোলপাৰ লগাই দিব, তাকতো নুবুজা নহয় তাই। আৰু নিজৰো জানো কম স্বাৰ্থ আছিল? ভৱিষ্যতে এদিন যদি এতিয়া প্ৰত্যাখ্যান কৰা সুনীলৰে প্ৰয়োজন তাইৰ জীৱনত সকলোতকৈ বেছি হৈ উঠে? মনৰ পৰিৱৰ্তনৰ কথাতো ক'ব নোৱাৰি। বিশেষকৈ আৰু এটা কথাই আশাবাদী কৰি ৰাখিছিল তাইক। তাইৰ জীৱনততো সেয়ে প্ৰথম প্ৰেম— তেনে কথা কোনোদিন মনলৈ নহা ছোৱালীজনী তাই, হয়তো তাৰ অভাৱনীয়ত্বৰ খুন্দাটো চম্ভালি ঠিকভাৱে গ্ৰহণ কৰিব পৰা নাই এতিয়াও, কিন্তু সময়ৰ লগে লগে প্ৰথমৰ সেই সঙ্কোচৰ জড়তাটো নেকাটিবনে? ৰবিঠাকুৰৰ 'অসমাপ্ত'? হায় সান্ত্বনা!

এনেকৈ বা আৰু কিমান দিন চলিলহেঁতেন ক'ব নোৱাৰি। কিন্তু ইতিমধ্যে ঘটিল আশীষ ৰায়ৰ সতে সেই দুৰ্ঘটনাটো। দদায়েকৰ বন্ধুৰ ল'ৰা আশীষে যে কেইদিনমানৰ চিনাকিতেই ইমানদূৰ আগবাঢ়িব, ৰাণুয়ে জানো কল্পনাতো এবাৰ ভাবিব পাৰিছিল? কিন্তু তাইৰ নিজৰ দুৰ্বলতাও জানো বৰ কম দায়ী আছিল সিদিনা? প্ৰথমৰ পৰাই হয়তো তাই আৰু সংযত হৈ তাৰ সতে মিলামিছা কৰিব লাগিছিল। ইমান নিসঙ্কোচে, প্ৰাণ খুলি মিলিবৰ কি দৰ্কাৰ আছিল? অৱশ্যে কাৰণ আছিল হয়তো। সৌন্দৰ্য্য, মোহ। তাইৰ সৰ্বনাশ কৰিলে। ওখকৈ, এপ'লিয়ান নাকেৰে ধুনীয়া বলিষ্ঠ ল'ৰাটোৱে মুগ্ধ কৰিলে তাইক। সিদিনা দুৰ্বল মুহূৰ্তত অলপ চেষ্টা কৰিলেও তাই নিজকে ৰক্ষা কৰিব নোৱাৰিলেগৈ। আশীষে তাইক তাইৰ সৰগৰ পৰা নমালে।

সেই ঘটনাটোৱে কিন্তু এফালেদি ৰাণুৰ চকুও মুকলি কৰি দিলে। বুজিলে— 'অসমাপ্ত'ৰ আশ্বাস তাই আচলতে সুনীলক দিব নোৱাৰে। তাক তাই ভালপাব পৰা নাছিল কেতিয়াও, আৰু নিশ্চয় নোৱাৰিবও এই জনমত। প্ৰমাণেৰে সতে কাৰণ বিচাৰি পাইছে হয়তো তাই। অহমিকাত আঘাত কৰে সঁচা— তথাপিও মনেতো বুজে অনস্বীকাৰ্য্য সত্যটো। ৰূপৰ মোহ! উস্— কি প্ৰবল তাইৰ এই সাধাৰণ সত্তাটো। অকল মনৰ ৰূপেই তাইক তৃপ্তি দিব নোৱাৰে, দৈহিক সৌন্দৰ্য্যও বিচাৰে হয়তো তাই। ৰাণুৱে নিজৰ মনৰ বিশ্লেষণ কৰে—দুটা সত্তা যেন তাইৰ, সাধাৰণ, অসাধাৰণ—এটাৰ দাবী ৰূপ, বাহ্যিক সৌন্দৰ্য্য— আনটোৰ মন— ভিতৰৰ সৌন্দৰ্য্য। তাৰে অকল এবিধৰ অধিকাৰীয়ে যেন কাহানিও তাইৰ ভালপোৱা পাবই নোৱাৰিব। সেয়ে সুনীলৰ সতে তেনে ট্ৰেজেডি আৰু সচৰাচৰ নিয়মৰ ব্যতিক্ৰম কৰি আশীষে যেতিয়া তাৰ পিছতো তাইলৈ বিয়াৰ প্ৰস্তাৱ পঠাইছিল, মনৰ ঘৃণাটোৰে তাই প্ৰত্যাখ্যান কৰিলে।

সিদিনা তাৰ পিছতেই, মন যেতিয়া তাইৰ নিজৰ প্ৰতি অপৰিসীম ঘৃণা আৰু পুতৌত ভৰপূৰ, তাই সুনীললৈ চিঠি এখন লিখিলে। লিখিলে— সিহঁত দুয়োটাৰ ভাল পোৱাৰ কষ্টকৰ টনা-আজোৰাখন শেষ কৰি দিয়াই ভাল সিমানতে। তাইৰ যেতিয়া সুনীলক ভাল পাব নোৱাৰাৰ অক্ষমতা নাঁতৰিলেই, কেলেই সি এনে এজন অপৰাগৰ পিছত তাৰ শক্তিৰ অপব্যয় কৰিব? গতিকে তাইৰ এতিয়া একমাত্ৰ কামনা এয়ে যে— মাথোঁ ডেৰ বছৰ তাৰ জীৱনৰ সতে জড়িত সেই ছোৱালীজনীক সি যেন মনৰ পৰা মচি পেলোৱাৰ যত্ন কৰে। তাই যদিও দুৰ্ভাগ্যক্ৰমে এদিন তাৰ জীৱনত দুষ্টগ্ৰহ হৈ দেখা দিছিল, সিহঁত দুয়োৰোতো সময়ৰ পাহৰোৱা শক্তিৰ ওপৰত আস্থা আছে। এতিয়াও জানো সেই সময়ে তাৰ এই সাধনাত তাইক পাহৰাত সফলতা আনি দিব নোৱাৰিব? তাইৰতো বিশ্বাস— জীৱনৰ আন আৰু বহুতো পথত সি তাৰ সাৰ্থকতা বিচাৰি পাব। বৰং ৰাণুৰ পৰা মুক্ত হ'লে সি তাৰ উপকাৰহে সাধিব হয়তো। কাৰণ, নিজৰ বিষয়ে যি অকণ জ্ঞান তাইৰ হৈছে, তাৰ পৰা তাইৰ ধাৰণা হৈছে যে তাই এটা সৃষ্টিৰ ভুল, সাধাৰণ অসাধাৰণৰ এটা অসঙ্গত সংমিশ্ৰণ। তাইৰ জীৱনৰ ট্ৰেজেডিৰ বোধহয় সেইটোৱে মূল যে বৰ বেছিৰ দাবী লৈ এই পৃথিৱীখনলৈ আহিল তাই। এনে এটা ব্যতিক্ৰমৰ প্ৰাণীৰ সংস্পৰ্শৰ পৰা আঁতৰি থকাটো সঁচায়ে মঙ্গলৰ কথা নহয় জানো? তাই এতিয়া বিচাৰে— সুনীলৰ সতে সকলো ধৰণৰ সংযোগেই একেবাৰে বন্ধ হৈ যাওক— প্ৰেমৰ জালখনৰ এডালি সূতাও যেন আৰু নেথাকে সিহঁতৰ আদান-প্ৰদানৰ বাবে। ৰাণুক পাহৰি পেলাওক সি, সম্পূৰ্ণ পাহৰি পেলাওক। তাই যেন তাৰ বাবে এটা দুখৰ সপোনৰ স্মৃতিৰ বাহিৰে আৰু আন একো হৈ নেথাকে। জীৱন-দেৱতাক তাইৰ অন্তৰৰ ধন্যবাদ যে সিহঁত দুয়ো একেখন ঠাইতে থাকিব লগা হোৱা নাই।

অৱশ্যে আশীষৰ সতে দুৰ্ঘটনাটোৰ খবৰ আৰু তাই সুনীলক নজনালে ; জনাব নোৱাৰিলে। যদিও চিঠিখনৰ মূল সুৰটোত তাৰেই প্ৰভাৱ।

ঠিক আবেগহীন নহলেও, মনৰ সেই ধুমুহাৰ বিপৰ্যয়ৰ মাজত যথাসম্ভৱ সংযত হৈয়েই তাই সেই চিঠিখন লেখিছিল সুনীললৈ। শেষত লিখিছিল— সেইবছৰ বুৰঞ্জীত পৰীক্ষা দিয়া খুব চোকা ল'ৰা এজনৰ নোটবোৰ যোগাৰ কৰিব তাই, সুনীলে পৰীক্ষাটোতো দিবই লাগিব, গতিকে সেই ল'ৰাজনৰ নোট, কিতাপ আদি সংগ্ৰহ কৰি তাই কেইদিনমানৰ ভিতৰতে পঠাই দিব।

কামটো আচলতে ৰাণুৰ বাবে টান আছিল, কিন্তু যি কোনো প্ৰকাৰে সুনীলটোক অকমান সাহায্য কৰিবলৈও মন যে তাইৰ ব্যাকুল হৈ উঠিছিল! জীৱনৰ প্ৰধান কথাটোতেইতো নোৱাৰিলে।

অৱশ্যে সিদিনা আৰু এটা কামনাতো বৰকৈ ব্যাকুল হৈ উঠিছিল যেন তাই। গ্লানি আৰু নিজৰ প্ৰতি মৰম-ঘৃণাৰে ভৰি থকা মনটোৱে যেন বৰকৈ বিচাৰিছিল— তাইক কোনোবাই ভাল বুলি কওক। তাইৰ কলুষৰ বহুখিনি পৰিশুদ্ধ হৈ গ'লহেঁতেন কিজানি তেতিয়া।

চিঠি পাই সুনীলৰ মনৰ কি প্ৰতিক্ৰিয়া হৈছিল, জানিবৰ বৰ মন গলেও জনাৰতো উপায় নাছিল ৰাণুৰ। তাই নিজেই যে সেই বাট বন্ধ কৰি দিছে।

বেছি দিনৰতো ঘটনা নহয়। কিন্তু জগতৰ হিচাপবোৰ আপেক্ষিক। সুনীলৰ সতে বিচ্ছেদ আৰু তাৰ পিছৰ দিনবোৰ— উস কিমান দীঘলীয়া যেনেইযে লাগে! হয়তো নেলাগিলহেঁতেন। সুনীললৈ চিঠিখন লিখাৰ পিছৰ পৰা হৈ অহা ঘটনাবোৰ? 'শেষেৰ কবিতা'ৰ ভাষা জাগে ৰাণুৰ মনত— "মনে হয় অজস্ৰ মৃত্যুৰে— পাৰ হয়ে আসিলাম"— অজস্ৰ মৃত্যু!

সেই সুনীলৰ লগতে কালি দেখা হ'ব— কথাটো মনলৈ অহাৰ লগে লগেই তাইৰ ভৰিৰ পৰা মূৰলৈ গাটো আৰু এবাৰ জিকাৰ খাই উঠিল।

খুব জোৰে গাটো জোকাৰি একেজাপেই থিয় হৈ যায় ৰাণু। যথেষ্ট হ'ল অতীতৰ স্মৃতিত ডুব দিয়া। এবাৰ মূৰটোও জোকাৰি দিয়ে তাই। তাকে দেখি তেতিয়া আন এখন কাপোৰ লৈ ব্যস্ত হৈ থকা বুবুলে সোধে— "পোক সোমালনে মাহীদেউ? মই নকৈছিলো আগতেই?"

তাৰ পিছত ৰাণু গৈ বিনুহঁতক সুনীল অহা খবৰটো জনায়। ঘৰখনত আনন্দৰ ঢৌ এটা খেলি যায়।

পিছদিনা বুকুৰ কঁপনিটোৰে বুবুল আৰু মাখনক দুহাতে ধৰি তাই ষ্টেশ্যনত অপেক্ষা কৰি থাকিলগৈ। নিজৰ মনোবলক লৈ থকা অহমিকাটোৰ বাবেই মনক শাসন

কৰি তাই সুনীলৰ চিঠিৰ অনুৰোধ আৰু বিনুহঁতৰ কথামতেই আগতীয়াকৈ তাক লগ পোৱাৰ বাবে প্ৰস্তুত হ'ল।

গাড়ী ষ্টেছনত সোমোৱাৰ লগে লগেই খিড়িকীৰে মুখ উলিয়াই থকা এদিনৰ অতি পৰিচিত মুখখন তাইৰ চকুত পৰিল। আকৌ দ্ৰুত হ'ল বুকুৰ স্পন্দনটো।

সুনীল হাঁহিমুখে জাপ মাৰি নামি পৰিল। তাৰ পিছত কুলী মাতি গাড়ীৰ পৰা মালবোৰ নমোৱাৰ ব্যৱস্থা কৰাৰ লগে লগে সৰু ষ্টেশ্যনটোৰ প্ৰাণহীন পৰিস্থিতিটোৰ ওপৰত এবাৰ দ্ৰুত দৃষ্টি বুলাই ৰাণুৰ ফালে চাই ধেমেলীয়া সুৰত সোধে— "তাৰ পিছত? মহানগৰীৰ পৰা একেবাৰে মৰা ষ্টেশ্যনত যে?"

সুনীলৰ হাতৰ পৰা 'এট্যাচি কেছ'টো লৈ ৰাণুৱে লাহেকৈ উত্তৰ দিয়ে—

"মৰামিলৰ ওচৰত মৰা মন লৈও"—

সুনীল অৱশ্যে সেই উত্তৰ শুনিবলৈ তেতিয়া তাত থকা নাছিল। মালপত্ৰ নমোৱাত ব্যস্ত ল'ৰাটোৰ ফালে চাই ৰাণুৱে অলপ পাতল স্বস্তিৰ উশাহ এৰিলে। যাহক প্ৰথমৰ ভয় লগাই থোৱা মুহূৰ্তটো পাৰ হ'ল কোনোমতে, নাটকীয় বা তেনে একো নোহোৱাকৈয়ে পাৰ হ'ল। সুনীলৰ সহজ, একো যেন হোৱাই নাছিল কাহানিও— তেনে সঙ্কোচহীন ব্যৱহাৰটোক তাই মনেৰে কৃতজ্ঞতা জনালে। এতিয়া ঘৰ পোৱালৈকে বাকীখিনি সময়ো এনেকৈ কাটি গ'লেই হয়। মাখনক কোলাত লৈ, বুবুলক হাতত ধৰি ঘৰৰ ফালে আগ বঢ়াৰ বাটত সুনীলে ৰাণুক কৈ গ'ল, তাৰ গাড়ীত হোৱা বিচিত্ৰ অভিজ্ঞতাবোৰৰ কথা। সাধাৰণ কথা-বতৰাৰ পাতল পৰিস্থিতিত আগৰ সেই সুনীলটোকেই লগ পাই মাজৰ এবছৰৰ ব্যৱধান বহুত কমি অহা যেন লাগিল ৰাণুৰ।

ঘৰলৈ গৈ প্ৰথমে চাহৰ বদলি কোকোৰ আড্ডা চলিল। আচৰিত মিল। সুনীলে কোকো ভাল পায়, কলিকতাততো তাই সিহঁতৰ ঘৰলৈ গ'লে সুনীলক কোকোয়েই যাচে, মুখত অৱশ্যে বিদ্ৰুপৰ সুৰ— "কি যে সৰু ল'ৰাটোৰ দৰে কোকো ভাল পায় আপুনি!"

সিয়ো একেসুৰতে উত্তৰ দিয়ে— "তোমাৰ দৰে কফি ভাল পাবলৈ ইন্‌টেলেকচুয়েল নহওঁ যে।"

কথাবোৰ যে কেতিয়াবা মিলি যায় সঁচায়— সিদিনা ভায়েকটো আহোঁতে চাহ খোৱা ঘৰখনলৈ অনিলে কোকো এটা আনিব লাগেনে বাৰু? সেইটো ন্যুদ্ৰুকাওঁতে সুনীলো আহি পালে।

কাপ দুটা হাতত লৈ দুয়ো নীৰৱে মুখত দিয়ে। দুয়োৰো সেই মুহূৰ্তত মনত পৰিল একেটা কথাই ; সেইদিনা দিল্লীলৈ সুনীল ৰাতি যাবগৈ। আবেলি দুয়ো বহিলগৈ সিহঁতৰ প্ৰিয় 'নীৰা'ৰ নিজান কেবিন এটাত। দুপিয়লা কোকো দুয়ো মুখলৈ উঠোৱাৰ সময়ত সুনীলে হঠাৎ ক'লে— "ৰ'বা।"

তাই থমকি প্ৰশ্নসূচক চাৱনিৰে চালে।

"হেলথ্ ড্ৰিঙ্ক্ কৰো দিয়ানা ৰাণু?" সি ক'লে।

"হঠাৎ এই অদ্ভুত খেয়াল?— আচ্ছা। কিন্তু কাৰ?"

"আমাৰ ধুনীয়া যৌথ জীৱনটোৰ—"

ৰাণুৱে হাঁহি উঠিলেও তাৰ নিৰ্দেশ মানিছিল। তাৰ পিছত দুয়ো ধেমালিতে ঠিক কৰিছিল— ইয়াৰ পিছত যেতিয়া আকৌ দেখা হ'ব— সিহঁতে হেল্থ ড্ৰিঙ্ক্ কৰিব— সেই "Night of all night's"ৰ!

সেই দিনটোৱেই নহয়নে আজি? কোকোও ঘটনাক্ৰমে প্ৰস্তুত। কিন্তু সময়ৰ পৰিহাস!

বিনুহঁতৰ মৰামুজা ঘৰখনত এইবাৰ প্ৰাণ-চাঞ্চল্য জাগিছিল। সুনীলৰ স্বাভাৱিক আমোদপ্ৰিয়, হৈ চৈ কৰা উৎসাহী স্বভাৱটোৱে ঘৰখনৰ ৰূপ সলাই দিলে।

অনিল চৌধুৰীৰ গহীন মুখতো মাজে মাজে হাঁহি ওলোৱা হ'ল।

সুনীল উঠিপৰি লাগিল,— মৃতপ্ৰায় ঘৰখনক জগাবই লাগিব, মানুহবোৰৰ মুখত 'যথাসম্ভৱ' সন্তোষৰ হাঁহি ফুটাই তুলিবই লাগিব।

প্ৰথমে সি ঘৰৰ অব্যৱস্থাবোৰ সংস্কাৰ কৰাত লাগি গ'ল। ককায়েক তাৰ বক্তৃতাৰ কোবত অফিছখন তাৰ পৰা উঠাই নিবলৈ বাধ্য হ'ল। বৰাক আন ঘৰলৈ পঠালে। মানুহ আনি নিজে ঘৰ-দুৱাৰবোৰ পৰিষ্কাৰ কৰিলে, মেৰামত কৰিলে। বাথৰূম হ'ল, উৰুখা ঘৰৰ ছালত খেৰ উঠিল, সি ফল-ফুলৰ বাগান কৰিবলৈ নিজেই মাটি কোবাবলৈ লাগি গ'ল। ক্ষিপ্ৰ ল'ৰাটোৱে এসপ্তাহ নৌ হওঁতেই ইমানবোৰ কামত আগবাঢ়িল।

বুবুল, মাখনেতো তাৰ লগেই নেৰা হ'ল। আবেলিও ফুৰাবলৈ নিব লাগে সিয়েই আৰু তাৰ হাতত ধৰি ফিৰিবৰ সময়ত সি 'স্নো-হোৱাইট'ৰ কাৰ্টুন পিক্‌চাৰৰ মতে কোৱা গল্পটোৰ বাওনা কেইটাৰ 'মাই হ'ম' কোৰাছটো চিঞৰি ঘৰলৈ ফিৰে। সুনীলেও একেলগে চিঞৰি সিহঁতৰে এজন হৈ পৰে।

ৰাণুৱে চায় আৰু মনে মনে মুগ্ধ প্ৰশংসা কৰে সুনীলৰ অদ্ভুত প্ৰাণ প্ৰাচুৰ্য্যখিনিক। আচৰিতো হয়— এনে সুনীল এটাক লগ পোৱাৰ আশা কৰাতো নাছিল তাই— ইমান হাঁহি ধেমালিৰে উজ্জ্বল। ৰাণুৰ পৰা পোৱা আঘাতটো নিশ্চয় বৰ কম নাছিল। সি জানো কোৱা নাছিল তাইক— ৰাণু তাৰ জীয়াই থকাৰ প্ৰেৰণা? তাই ভবা মতে— তাইক লগ পাবলৈ অহাৰ লগত হয়তো ইয়াৰ কিবা এটা সম্বন্ধ আছে। ক'ব নোৱাৰে তাই। কেমেৰাত বৰ ৰাপ সুনীলৰ। এতিয়াও আছে হয়তো। সি দেখোন বহুত ফটো ল'লে— বিশেষকৈ ৰাণুৰ মৰামিল তথা সেই কুতুবমিনাৰটোৰ। তাৰে কপি তাইকো

দিয়াত তাই অলপ হাঁহি হাত পাতি ক'লে— "দিয়া বাৰু। দিনত তোলা ফটো। মঙ্গল গ্ৰহটো উঠা নাই—।"

সি অবাক হৈ সোধে— "তাৰ মানে?"

তাই নিৰ্বিকাৰা ভাবে কয়— "সাহিত্যিক কথাহে। মঙ্গল গ্ৰহটো মোৰ ভাল নেলাগে বাবেই সেইদৰে কৈছোঁ।"

সুনীলে হাতত ফটোবোৰ লৈ অলপ সময় স্তব্ধ হৈ থাকে। কিবা এটা বিষাদৰ চিন তাৰ মুখত ফুটি উঠে। তাৰ পিছত মাত লগায়— "ৰাণু!"

ৰাণুৱে ভয় খায়, নিশ্চয় সেইয়ে সূচনা— সুনীলে তাইক লগ পাবলৈ অহাৰ কাৰণৰ আৰম্ভণী।

"সৰ্বনাশ— অনিক ঔষধ খুউৱাৰ সময় হৈ গ'ল বোধ হয়! মই আহোঁ ৰ'বা দেই"— ৰাণুৱে তাক স্তম্ভিত কৰি থৈ পলাই সাৰে। কি কথা ক'ব খোজে বাৰু সুনীলে তাইক?

সিদিনা দুপৰীয়া ভাতপানী খোৱাৰ পিছত কেঁচুৱা শুৱাই বিছনাত বাগৰি থকা বিনুৰ ওচৰতে বহি চিগাৰেটটো টানি ৰাণু, বিনু দুয়োকো উদ্দেশ্য কৰি অনৰ্গল কথা কৈ আছিল সুনীলে।

নতুনকৈ অহা 'ৰামধেনু'খনৰ পাতবোৰ লুটিয়াই অলসভাৱে 'আধুনিক কবিতাবোৰৰ ওপৰত চকু বুলাই অলপ অলপ সুনীলৰ কথা শুনি থকা ৰাণুৱে এবাৰ ক'লে— "You talk too much Sunil!"

সুনীলে চুৰটটোত শেষ হোঁপা এটা দি খিড়িকীৰে সেইটো দূৰলৈ দলিয়াই পেলাই পেকেটটোৰ পৰা আৰু এডাল উলিওৱাত সম্পূৰ্ণ মনোযোগ দিয়াৰ দৰে কৰি নিৰ্বিকাৰভাৱে ক'লে— "And you hear too much, Ranoo!"

তাই আলোচনীখনৰ পৃষ্ঠাতে চকু ৰাখি হাঁহি দিলে। সি নতুন চিগাৰেটটো জ্বলাই তাইৰ ওচৰলৈ উঠি গ'ল—

"কি পঢ়িছাহে? অ' আধুনিক কবিতা? ৰ'বা ময়ো এটা ধুনীয়া আধুনিক কবিতা জানো— শুনিবা দেই"— তাৰ পিছত সি সঁচাকৈ আবৃত্তি কৰিবলৈ আৰম্ভ কৰি দিলেই। কাঁহ এটা মাৰি ডিঙি পৰিষ্কাৰ কৰি লৈ, ষ্টেজত উঠাৰ নাটকীয় ভঙ্গী এটা কৰি সি গাই গ'ল ঃ

"ডায়েলেক্‌টিক্‌চত কনিয়াক কাশ্মীৰ
লেটিন গ্ৰামাৰ হাঁহি কস্মিক ৰশ্মিৰ—
পিৰামিড হিৰোশ্বিমা ; জোনৰ বিমল ছাঁ
অমৃত মন্থন নীলনদী খালছা।"—

আৰু আগবঢ়াৰ আগতেই ৰাণুক হাঁহিত উচ্ছ্বসিত হৈ উঠা দেখি হঠাৎ থামি গৈ কৃত্ৰিম গহীন মাতেৰে সুধিলে— "হাঁহিছা কেলেই, ইমানপৰচোন আন আধুনিক কবিতাবোৰে হঁহুৱাব পৰা নাছিল, মোৰটোৱেনো কি জগৰ লগালে? আধুনিক কবিতাৰ কি গুণ নাই কোৱা? কত ডাঙৰ শব্দ, সকলো বিষয়ৰ শব্দ আছে, কি ধুনীয়া মানে নুবুজা হৈছে! একেবাৰে খাটি আধুনিক কবিতা।"

হাঁহি অলপ কমাই ৰাণুৱে সুধিলে— "কিন্তু তুমি কবি হ'লা আকৌ কেতিয়াৰ পৰা?"

সি কৃত্ৰিম দুখৰ সুখত ক'লে— "ওহো, গদ্যময় মনত কবিতা জগাৰ আশা নাই। এইটো মোৰ বন্ধু আৰু তোমালোকৰে এজন আধুনিক কবিৰহে লেখা—।"

একে পাতল সুৰতে ৰাণুৱেও উত্তৰ দিয়ে— "আমাৰ সেই আধুনিক কবি আৰু তোমাৰ বন্ধু গৰাকীৰ কিন্তু এইটো বৰ অন্যায় হৈছে সঁচায়ে। নিজেও আধুনিক কবিতা লেখি তাকেই আকৌ বিদ্ৰূপ কৰিবলৈ যায়নো কি বুলি?"

তৎক্ষণাতে এবাৰ তন্দ্ৰাত চকু জাপ খাই যোৱা বিনুলৈ চাই পঠিয়াই সুনীলে উত্তৰ দিয়ে— "মনত আছেনে ৰাণু, মই যে প্ৰেমক বিদ্ৰূপ কৰি গল্প কেইটামান লিখিছিলোঁ এবাৰ? অথচ বেচেৰা ময়েই স্বয়ং তেতিয়া প্ৰেমত হাবুডুবু খাইছিলো নহয়!"

পাতল সুৰৰ কথাখিনি। কিন্তু ৰাণুৰ মনটো উচপ খাই উঠে। মুখত হাঁহি ফুটাই তোলাৰ চেষ্টা এটা কৰি, খুব আকৰ্ষণীয় কিবা এটা পোৱাৰ দৰে হঠাতে ৰামধেনুখনৰ এঠাইত খুব মনোযোগী হৈ উঠিল। হাঁহি কিন্তু উঠিল সঁচায়ে— সুনীলে জানো বুজা নাই তাইৰ এই ভণ্ডামিকণ? কিন্তু বুজিলেও বুজক। অন্ততঃ ইয়াৰ পৰা এইটোও বুজক যে— অনৰ্থক দুখৰ অতীত এটা খুচৰিবলৈ অনিচ্ছুক তাই।

সুনীলে কিবা ভাবিলে— হয়তো ৰাণুৰ অকথিত নিৰ্দেশ বুজিলে, নহ'লেবা বীনুৰ আধা টোপনিৰ উপস্থিতিক মনত পেলালে। কাৰণ সি তেতিয়া "অনি, অনি" কৈ চিঞৰি ৰূমটোৰ পৰা ওলাই গ'ল।

সিদিনা আগফালৰ পথাৰত ঘূৰি ঘূৰি কথা পাতি আছিল ৰাণু আৰু সুনীলে। বুবুল, মাখনহঁত ওচৰতে দৌৰি দৌৰি খেলি আছিল—। আজি বোলে বিনু ফুৰিবলৈ আহিব নোৱাৰে, গিৰিয়েক ওচৰৰ ঠাই এখনলৈ অফিচৰ কামত পুৱাতে ওলাই গৈছে, গধূলি ওভতাৰ কথা আছে। গতিকে চাহটাহ দিবলৈ বিনু ঘৰত নেথাকিলে নচলে।

সুনীলৰ সতে বেছি সময় একেলগে থাকিবলৈ ইমান ভয় লাগে ৰাণুৰ। কিন্তু কি দুৰ্ভাগ্য আৰু সুনীলৰ কি সৌভাগ্য— ৰাণুৱে ভাবিলে, একেলগে দুয়ো বহুত সময় থকাৰ এনে এটা এৰাব নোৱাৰা পৰিস্থিতিত যে পৰি গ'ল! তাইতো প্ৰথমে ঘৰতেই থাকিব খুজিছিল, কিন্তু বিনুজনীয়েহে জোৰ কৰি পঠাই দিলে।

অৱশ্যে ইটো সিটো আজে বাজে অসংলগ্ন কথাই চলি আছিল দুয়োৰো মাজত। সুনীলে নয়নতৰা ফুল কেইটামান চিঙি আনিছিল, তাৰে পাহিবোৰকে চিঙি চিঙি কথা পাতি আছিল সি। ৰাণুৱে লোজেঞ্চ কিনিবলৈ পইচা ভৰাই অনা বেগটোৰ ফিটাডালকে পকাই আছিল।

টুকুৰাটুকুৰি কথাৰ মাজত সুনীলে হঠাৎ এবাৰ ৰাণুৰ হাতৰ পৰা বেগটো লৈ চিঙি অৱশিষ্ট থকা ফুল দুটা সুমাই দি ক'লে— "হোৱা ৰাণু, তোমাৰ 'ভ্যানিটি ব্যাগ'ৰ 'ভ্যানিটি' বঢ়ালোঁ"—

তাই সুধিলে— "কেনেকৈ?"

'চকুৰ মণি দুটা সুমাই দিলো যে! ভ্যানিটি নেবাঢ়িল?"

"বাক সৰ্বস্ব ক'ৰবাৰ।" ৰাণুৱে অলপ হাঁহি ক'লে।

"ঠিক চিনিছা ৰাণু। সেয়েই। তোমাৰ সতে মাথোঁ কেইটামান আখৰৰ ব্যৱধান।"

ৰাণুৱে অসহায় প্ৰশ্নসূচক চাৱনিৰে তাৰ ফালে চালে। অলপ ভয়ো লাগি আহিছে তাইৰ। এই কথাচহকী ল'ৰাটোৱে ক'ৰ পৰা ক'লৈ, কেনেকৈ বা কথাবোৰ লৈ যায়!

"নুবুজিলা? তেনেই সহজ কথা। 'ক' আৰু 'ট'ৰ মাজত জানো কেইটামান আখৰৰ ব্যৱধান নহয়?"

অৰ্থাৎ বাট সৰ্বস্ব! ৰাণুৱে বুজে এইবাৰ। সুনীলে কি অৰ্থত ক'লে তাকো বুজি পেলালে আৰু লগে লগে বহুতবাৰৰ দৰে এইবাৰো বুকুৰ স্পন্দন দ্ৰুত হৈ আহিল। তাই যি ভয় খাইছিল, সেয়ে হোৱাৰ সূত্ৰপাত হৈছে দেখোন। পলাবৰো নাই কোনো উপায়। অসহায়ভাৱে তাই বেগৰ ফিটাডালকে পকাই তলমূৰকৈ থাকিল।

কিন্তু সুনীলৰ পৰা ৰক্ষা নাই। ইমান দিনৰ মূৰত আজি এনেকৈ ৰাণুক অকলশৰীয়াকৈ পোৱাৰ সুযোগ সি যেন লৈহে এৰিব। ৰাণুৰ নিৰ্বাক নিশ্চল মূৰ্তিলৈ চাই সিয়েই আকৌ ক'লে— "মই জানো সঁচা কোৱা নাই ৰাণু? কথা ভাঙিয়েইতো মই জগতত খাই-লৈ জীয়াই আছোঁ। ৰেডিঅ'ত যে মোৰ বাতৰি পঢ়োতাৰ কাম তুমিতো জানাই। আৰু তোমাকতো দেখিলো বাটকে আশ্ৰয় কৰি গৈ আছা, ঘৰ বান্ধিব নেজানিলা"—

অসহ্য। ৰাণুৰ কান্দি পেলাবৰ মন যায়। তাইক তেওঁে সুনীলে ক্ষমা কৰিব পৰা নাই নেকি?

এইবাৰ আৰু তাই নীৰৱে থাকিব নোৱাৰিলে। বেদনা-কোমল মাতেৰে সুধি পেলালে— "তোমাৰ ওচৰত মই জীৱনত বৰ ডাঙৰ অপৰাধ কৰি থলো, নহয় সুনীল?"

ইফালে সুনীল বোধহয় ইতিমধ্যে অনুতপ্ত হৈ উঠিছিলেই। তাৰ ক'বলগীয়া

কথাবোৰ ক'বৰ চেলু বিচাৰি সি এইবোৰ কেনে ধৰণৰ ভূমিকা দিছে বাৰু? তাৰচোন কথাৰ সুৰ আন ধৰণৰহে হোৱাৰ কথা।

নিজৰ ওপৰত খং উঠে তাৰ। খুব অনুতপ্ত সুৰত বৰ মৰমৰ মাতেৰে কয় তাৰ পিছতে— "সেই প্ৰশ্নটো কিন্তু মইহে তোমাক কৰিব লাগে ৰাণু। আৰু সঁচায়ে জানা ৰাণু— মোৰতো গ্লানি কম জাগি নেথাকে এইবাবে। নিজক লৈ কোনো সমস্যা নোহোৱাকৈ যি সময়ত সন্তুষ্ট আছিলা তুমি, মই গৈ তোমাৰ সেই সুখতো হৰিলোৱেই, তাৰ উপৰিও আৰু কিছুমান নতুন দুখৰ বোজা জাপি দিলোঁ। তোমাৰ যি প্ৰেম জগা নাছিল, তাক জগাবলৈ কষ্টকৰ চেষ্টা চলাবলগীয়া হ'ল, আৰু তাৰ পিছতো আজিলৈকে তুমি মানসিক অশান্তিত ভুগি থাকিবলগীয়া হৈছা—। মইতো জানো ৰাণু তুমি মোক প্ৰত্যাখ্যান কৰাৰ পিছত আজিলৈ ঠিক শান্তি পাব পৰা নাই—। তোমাৰ মনটো জানো— তুমি এতিয়ালৈকে অপৰাধ কৰাৰ দৰে গ্লানি এটা মনত লৈয়ে আছা নিশ্চয়—!"

ৰাণুৱে এইবাৰ মূৰ তুলি সুনীলৰ ফালে এবাৰ চালে,— এয়েই সেই সুনীল, তাইৰ মনৰ সঠিক পৰিচয় পোৱাত তাৰ ভুল বোধহয় নহয়! এতিয়াওতো তাইৰ বিষয়ে শুদ্ধ অনুমান এটাকে জনালে সি।

আকৌ কৈ গ'ল সুনীলে— "তোমাৰ সেই চিঠিখন পালোঁ নহয়, ৰাণু, কষ্ট অৱশ্যে খুৱেই হৈছিল ; সেই কথা স্বীকাৰ কৰোঁ। কিন্তু— জীৱনত মই বোধহয় ইমান সহজে হাৰিব নোৱাৰো, গতিকে সাধনা চলালো— কঠোৰ সাধনাই বুলিব পাৰা। মোৰ এই যুঁজত এটা প্ৰেৰণা কি আছিল জানা ৰাণু? তুমি! মই চিনা তোমাৰ মনটো মইতো জানিছিলোঁ। মোক অসুখী হৈ থকা দেখিলে জীৱনৰ যি কোনো অৱস্থাতে তোমাৰ সামান্য হ'লেও গ্লানি আৰু অপৰাধবোধৰ ভাব এটা জাগি ৰ'বই—। অথচ—নিৰ্দোষ বেচেৰী তুমি। গতিকেই এই চিন্তাটোৱেও মোক খুব সহায় কৰিলে— তোমাক সুখী কৰিবলৈও মই নিজে সুখী হ'বৰ যত্ন কৰিব লাগিব। আৰু প্ৰধান কথা— নিজক ভালপোৱা, নিজৰ জীৱনলৈ বৰ মৰম— এইবোৰতো আছেই। এদিন বোধহয় ভুল কৰিছিলোঁ প্ৰেমকে জীৱনত প্ৰধান মূল্য দি। তাৰ শাস্তিও পালোঁ অৱশ্যে। যি হওক, এতিয়া মই আকৌ আগৰ সহজ অৱস্থালৈ ঘূৰি যাবলৈ পাৰিছো, ৰাণু। তোমাৰ কামনাই সফল হ'ল— মাজৰ এই কে'টা বছৰক মই সপোনৰ দৰেই মূল্য দিব পাৰিছোঁ। সেইবাবেইতো নিজেই আহিছোঁ গ্লানিকণৰ পৰা তোমাক মুক্তি দিবলৈ। চিঠিৰে ঠিক যেন নোৱাৰি। অথচ চোৱা— আজিলৈ আৰু ঠিক সুযোগেই পোৱা নাছিলো তোমাক লগ পোৱাৰ। এটা কথা কিন্তু ৰাণু, তোমাৰ অকপট বন্ধুত্ব মোৰ হ'লে খুব প্ৰয়োজন দেই। এতিয়া আমি দুয়ো নিশ্চয় খুব ভাল বন্ধু হব পাৰিম, নহয়নে?"

সন্ধিয়াই হৈ আহিছিল তেতিয়া। আকাশত এটা দুটাকৈ বহুত তৰা। এন্ধাৰত অপাৰ্থিৱ ৰূপ ধৰি সেই মৰা মিলটো, ৰাণুৰ কুতুবমিনাৰটো ঠিকেই আছে। আজি কিন্তু তাৰ পিছফালে মঙ্গল গ্ৰহটো নাই। ঠাই সলনি কৰিছে। ৰাণুৰ এনেয়ে এবাৰ মনত খেলাই গ'ল— এটা শুভ-মুহূৰ্ত আহিছে তাইৰ জীৱনলৈ, মঙ্গল গ্ৰহৰ অস্তিত্ব তাততো আৰু থাকিব নোৱাৰে। মনটো যে ইমান পাতল লাগি গৈছে!

একেদৰেই তললৈ মূৰ কৰি ধীৰ শান্তভাৱে তাই তেতিয়া ক'লে— "মোৰ যে কিমান ভাল লাগিছে আজি বহুত দিনৰ পিছত, তোমাক কেনেকৈ বুজাম সুনীল!"

কিন্তু! সুনীলৰ সতে জড়িত দুখেই যদি তাইৰ অকল দুখ হ'লহেঁতেন, ৰাণুৱে হয়তো নিজকে সুখী বুলিয়েই ভাবিব পাৰিলেহেঁতেন আজি। সুনীলেতো নেজানে আশীষ আৰু সেই মঙ্গল গ্ৰহ চিনাই দিয়া বন্ধুজনৰ কথা। তাইৰ জীৱনৰ মিঠা বিহবোৰ! কিন্তু সেই মুহূৰ্তত মনটো যে তাইৰ তৃপ্তিত ভৰি উঠিল, সেইটোওতো সঁচা। সুনীলক তাই মিছা কোৱা নাই, সুনীলে নজনা তাইৰ অতীতৰ বাকীবোৰ সঁচা ক'ব নোৱাৰিলেও।

দুয়ো নীৰৱে ৰ'ল বহুত সময়। সুনীলে বা কি ভাবিছিল তেতিয়া। ৰাণুৱে কিন্তু ভাবিছিল সুনীলৰে কথাবোৰ— জীয়াই থকাৰ প্ৰেৰণা তেন্তে ইমানেই বেছি নেকি? আচৰিত। দিল্লীলৈ যোৱাৰ আগদিনা লগ পোৱা সুনীলটোৰ অৱস্থা দেখি তাইৰতো সিদিনা ধাৰণা হৈ গৈছিলেই— তাইৰ অবিহনে সুনীলৰ জীৱনটো ব্যৰ্থ হৈ যাব! আৰু ইফালে তাইৰ নিজৰ? জীয়াই দেখোন আছে, কিবা কিবি সাৰ্থকতা লৈয়েতো জীয়াই আছে।

নিজৰ নিজৰ ভাবনাত ইমানেই তন্ময় হৈ গৈছিল দুয়ো যে কেতিয়া যে বিনু আহি পালে গমেই নাছিল। স্তব্ধতা ভাঙিল বুবুল, মাখনহঁতৰ 'মা, মা' চিঞৰত।

বিনু ওচৰ পালেহি— 'তোমাৰ যে ককাইদেউৰাজন সুনীল, মোৰ জীৱনটো একেবাৰে তিতা লগাই দিলে। কত দিনৰ পৰায়ে যে কৈ আছোঁ এখন বহা পাটীৰ কথা— আজি তেওঁ যোৱা গাওঁখনতে পায়। কিন্তু কাণসাৰেই নকৰিলে এদিনো। আজিও যে কতবাৰ কৈ পঠাইছিলো— তেওঁৰনো কি, কেঁচুৱা লৈ মোৰহে কষ্ট"— বেজাৰত বিনুৰ মাত থোকাথুকি হৈ যায়।

ৰাণু, সুনীল কোনোৱে একো নেমাতে। নমতাই ভাল, সন্ত্বনাত দুখ উথলিহে উঠে। অ' ভিনিহিয়েক বোধহয় সিটো বাটেৰে আহিল, ৰাণুৱে ভাবিলে। অলপ সময় পিছত কিছু সংযত হৈ লৈ বিনুয়েই কয়— "অলপ ফুৰি আহোঁগৈ ব'লা সুনীল, ব'ল ৰাণু"—

"কিন্তু ৰাতি দেখোন হৈ আহিলেই নবৌ? কেঁচুৱাজনীক ক'ত এৰি থৈ আহিলে?" অলপ বিব্ৰত হয় সুনীল।

"হওক ব'লা ৰাতি। ককায়েৰাই অলপ ভোগক কেঁচুৱা লৈ।"

ইয়াৰ পিছত আটাইকেইজন নিশব্দে আগবাঢ়ে। এই সন্ধিয়াৰ পিছতো ফুৰিবলৈ পাই বুবুলহঁতৰ আনন্দ নধৰা হয়।

নীৰৱতাৰেই সিহঁতে পথত ভৰি দিয়ে। তাৰ পিছত হঠাৎ এবাৰ স্তব্ধতা ভাঙি বিনুৱে কৈ উঠে—"এই ৰাণু, শুনিছ?"

—'কি?'

—"গান অ' গান! কোনোবা ছোৱালীৰ মাত। শুনা নাই? সৌটো ঘৰৰ পৰা আহিছে বোধহয় মাতটো। এইখন পাণ্ডৱ বৰ্জিত দেশতো তেন্তে গানগোৱা মানুহ আছে! চিনাকি হৈ ল'ব লাগিব ৰ— কালিয়ে যাম দেই, ৰাণু। আজি যে ৰাতি হৈ আহিল— ইস্"— বিনুৰ মাতত আপচোছৰ সুৰ।

নিজৰ ভাবনাৰ পৰা মন আঁতৰাই বায়েকজনীৰ ফালে চালে ৰাণুয়ে।

অলপ আগতে গিৰিয়েকৰ লগত কাজিয়া কৰি কান্দি অহাৰ চিন এতিয়াও হয়তো লাগি আছে দুচকুত।

এসময়ত গান বৰ ভাল পাইছিল বিনুৱে। সেই ভাল পোৱাৰ তেন্তে জীৱনৰ নানা পৰ্য্যায়ে এতিয়াও অপমৃত্যু ঘটাব পৰা নাই! আচৰিত— জীৱনবোৰ তেন্তে একেবাৰে মৰি নেযায়? তাই, সুনীল আৰু বিনু, সকলো জীয়াই আছে।

আন্ধাৰতে এবাৰ সুনীলৰ ফালে চায় ৰাণুৱে। সি বা কি ভাবিছিল তেতিয়া! ৰাণুৱে ভাবে— হয়তো তাই ভবা ধৰণৰ কথাকেই ভাবিছে সুনীলেও। ❑

*(এই গল্পটো ১৯৫৬ চনত 'ৰামধেনু'ত 'অযোগ্যতা' আৰু 'জীৱন জীয়াই থাকে' নামেৰে দুটা খণ্ডত দুটা গল্প হিচাবে প্ৰকাশ হৈছিল। গল্পটোৰ নামকৰণটো নতুনকৈ কৰা হৈছে।)*

# লক্ষ্মীনন্দন বৰা

## মন বিৰিখৰ জোখ

আগেয়ে কৈ থোৱা মতে ইঙ্গিত পাই বিন্দা হাতত সাৰে ভৰিত সাৰে ঘৰৰ পিছফালৰ পৰা বাৰীখন পাৰ হ'ল। উঁই হাফলুত ভৰি থৈ তাঁতীখন চেৰালে। এবাৰ পিছফালে চালে। একো নেদেখিলে। ওপজা ঘৰখন আৰু এবাৰ চোৱা নহ'ল। তাইৰ অলপ মায়া হ'ল। এইখন ঘৰলৈ আৰু তাই ঘূৰি নাহে। তাইৰ মুখৰ পৰা এটা হুমুনিয়াহ ওলাল। শব্দ হয় বুলি হাতৰ তলুৱাৰে হুমুনিয়াহটো বন্ধ কৰিলে। তাই বৈ থকা ঠাই কণ অকণমান মুকলি। বাকীখিনি ঠাইৰ দৰে এইকণ ঠাই ম'ৰা, ঠেকেৰা, মকাল বাঁহ আৰু ছেৱা গছেৰে গিজিপ খাই থকা নাই। দীঘল দীঘল উশাহ লৈ তাই চৌপাশে চালে আৰু জোনাকী পৰুৱা আৰু আকাশৰ তৰাৰ পোহৰত তাই দেখিলে-সি আহি আছে— ঠিক তাইৰ ওচৰলৈকে। তল সৰা পাতত গচক পৰি শব্দ হয় বুলি সি বৰ সাৱধানে আহিছে। তাইৰ ভাগৰুৱা দেহটো অকস্মাতে জীপ ধৰি উঠিছে। মন ৰাই-জাই কৰিছে। দেহৰ তেজে উজনি-ভাটী কৰিছে। বুকু চম্‌চমাইছে।

সি এখন হাতেৰে তাইৰ সাপ যেন পিচল অথচ উমনি দিয়া চৰাইৰ বুকুখনৰ দৰে কুহুমীয়া গৰম, গঢ়িত মুখখন লিৰিকি-বিদাৰি থাকি ইখন হাতেৰে কঁকালত সাবটি ধৰি তাইক তাৰ দেহত লিপিত খুৱাই দিলে। বিন্দাই মূৰটো তাৰ বহল বুকুত গুজি দিলে। টোপোলা নথকা সোঁহাতখনৰ পাঁজীসেৰীয়া আঙুলিকেইটাই তাৰ কান্ধত পৰশ বুলালে। এখন কাণ তাৰ বুকুৰ গহ্বৰত থৈ, তাৰ হিয়াৰ ধ্বনি শুনিবলৈ চেষ্টা কৰি বিন্দাই মাথো বিয়াকুল হৈ ক'লে, "পৰ্‌ভাত!" পৰভাতে আৰু বিয়াকুল হৈ ক'লে, "বিন্দা!" ওচৰৰ আজাৰ গছৰ ডাঠ পাতৰ মাজৰ পৰা সাক্ষী স্বৰূপে এজনী বনৰীয়া চৰায়েও সঁহাৰি দিলে—

"হেটুলুক্! হেটুলুক!!"

"পৰ্‌ভাত!"

"বিন্দা!"

"পৰ্‌ভাত!"

"ওঁ"

"পৰ্‌ভাত, তই..........."

"বিন্দা, তই............"

" ওঁ, তই তেনেহ'লে............"

"ভালেমান পৰ হ'ল। ভাবিলোঁ সিহঁতে শোৱা কাৰণে তোৰ পলম হ'ল।"

"ভাবিলোঁ, চাওঁতে চাওঁতে চাগৈ, পৰ্‌ভাত তোৰ চকু বিষাল; ৰঁওতে ৰঁওতে চাগৈ পৰভাত, তোৰ ভৰি বিষাল।

দূৰৈত কুকুৰৰ গেঙনি। বিলৰ কাষত অচিন চৰাইৰ কলৰব। ওচৰত চৰাইৰ পাখিৰ ধপ্‌ধপনি, পত্ৰ-পুঞ্জৰ ছত্ৰছায়াত প্ৰণয় কেলিৰ উন্মাদনা। ৰাতিৰ আন্ধাৰত সিৰ-ধমনীবোৰতগোপন উচ্ছলতাৰ ঢৌ। লগে লগে দেহৰ জুতি বিচাৰি এহাল ডেকা-গাভৰুৰ প্ৰাণত, মনত আৰু দেহত বন্য প্ৰবৃত্তিৰ উভৈনদী বান। সিহঁতে ধৰা পৰাৰ চিন্তা পাহৰিলে। সিহঁত সৃষ্টিৰ উন্মাদনাত বিভোল। দেহৰ ছন্দ-যতি মিলি সিহঁত এক হ'ল। পৰিতৃপ্তিৰ অত্যুচ্চ গিৰিশৃঙ্গ বিচাৰি সিহঁতে যেন দেৱলোক বিচাৰি পালে,— এই ধৰণীতে হাঁবিৰ নিয়ৰে সেমেকা গালিচাত, এই হাবিৰ তলসৰা পাতৰ ফুলশয্যাত।

"দুষ্ট!" বিন্দাৰ উশাহবোৰ এতিয়া চুটি চুটি, জুইৰ ওচৰৰ ধোঁৱাৰ দৰে গৰম।

"তই জানো কম!" পৰভাতৰো একেই অৱস্থা।

"পৰ্‌ভাত, পলম হ'ল। ব'ল। আকলটো ঘৰতে পুৰাবি। ব'ল। তেতিয়া দেখিম, কাৰ কিমান শকতি।

"ব'ল। টোপোলাটো বাৰু মই লওঁ। বুইছ বিন্দা, তোক পোৱাৰ লগে লগে গাটো গৰম নোহোৱাহেঁতেন, তই ভাবিলিহেঁতেন, তোৰ দেহৰ চমকক আওকাণ কৰিলোঁ; ময়ো ভাবিলোহেঁতেন, মই জোৱান নহয়।"

"বাঃ কি বৰ বৰ কথা। যেন অধিকাৰ পৰভুয়েহে 'দিইখ্যা' দিছে। কৰিব লাজ লগা কাম, ক'ব- দেহৰ চমকক ধিক্কাৰ দিব নালাগে। মতাবোৰ এনেকুৱাই। চব কথাতে 'যোক্‌তি।

" পিছে এই হাবি-বন, এয়া চৰাই-চিৰিকতিৰ ইচপিচনি, এনে ধৰা পৰোঁ পৰোঁ চিন্তা। এই আন্ধাৰ, চব মিলি অতি আচৰিত অৱস্থা। এনে সময়, এনে অৱস্থাতো বিচনাত বিচাৰি নেপাম।"

"উঠ। তোৰ 'পইদ্য'বোৰ শুনিবলৈ গোটেই জীৱনটো আছে।"

"অ, ডেকা হৈ থাকোঁতেই, তোৰ গাৰ উঠা-নমাবোৰ গৰ্বেৰে লৰ-চৰ কৰি থাকোতেই, কোনো মানে নোহোৱা কথাবোৰ কৈ কৈ, শুনি শুনি আমনি লাগিব নেলাগিব। নহ'লে জীৱন অকালতে ভসয়া দিব।

সিহঁত উঠিল। দীঘলীআঁটিৰ চৰকাৰী আলিটোৰ ফালে গো-বাট এটাইদি খোজ দিলে। এতিয়া সিহঁত শহাকণীয়া। কাৰণ, বিন্দাৰ মাকে যদি এতিয়া উমান পায় যে জীয়েক ওচৰতে শুই থকা নাই আৰু বাপেক মূলাই হীৰাক যদি কথাটো কয়, চান্দ সদাগৰৰ যেন মূলাই হীৰাই গোটেইখন ৰৌজাল-বৌজাল, লগাব গাঁৱৰ ডেকা ল'ৰাবোৰ জগাই গোটেইবোৰ ঠাই চলৱাথ কৰিব।

সিহঁত চৰকাৰী আলিটোত উঠিল। কাতি মহীয়া চেঁচা বতাহ বলিল যদিও কোবাই অহা কাৰণে সিহঁতৰ গাত ঘামৰ নিয়ৰ। পৰ্‌ভাতে বিন্দাৰ ফোঁপনি শুনিলে। তাৰ বৰ মৰসাহ। ভয়-চয় নাই। গতিকে সি বিন্দাক অকণমান জিৰাবলৈ ক'লে। তাই তাৰ কথা নুশুনি আগতকৈ দুগুণ খোজ দিলে। সি ক'লে, এৰা, নোৰোৱাই ভাল। অলপ পাচতে পুৱা হয়বৰ গাঁৱৰ লালীয়া কেঞাৰ তাত বেচিবৰ বাবে মৰাপাটৰ গাড়ীবোৰ টিলিঙা বজাই বজাই আহিব।

সেয়েহে সিহঁত চৰকাৰী আলিটোৰেদি বৰছলা পথাৰ পাই পথাৰৰ ধাননিৰ মাজলৈ খোজ দিলে। শালিধানৰ পথাৰৰ সৰু সৰু আলিয়েদি খোজ দি সিহঁতে জাজৰিলৈ পোনালে। জাজৰি পালেই ৰক্ষা। পাৰোতেনো এইষাৰ কথা এনেয়ে ওলায়নে— হাতীচোং জাজৰি, কথাৰ ফালে আজৰি?

এখনৰ পাছত এখনকৈ দুখন তামোল পাগুলি পাগুলি খালে যিমানখিনি সময় লাগিব, সিমানখিনি সময়ৰ ভিতৰতে সিঁহত জাজৰিৰ হীৰা গাঁও পালেহি। পূণীয়া মণ্ডলৰ গেলামালৰ দোকানৰ পাচতেই সন্ধমনৰ ঘৰ, তাৰ পাচতেই হীৰামনৰ ঘৰ, তাৰ পাছত পুৰীবাইৰ ঘৰ, তাৰ পাছত বৰচাজৰ ঘৰ। বৰচাজৰ ঘৰ পাৰ হৈ জাৰ্মানি বনৰ জোপোহা কিছুমান পাৰ হ'লেই গজালিৰ ঘৰ, অৰ্থাৎ পৰ্‌ভাতৰ ঘৰ।

পৰ্‌ভাতৰ মনটো ভাল লাগি গ'ল পূৰঠ গাভৰুজনীৰ পিঠিয়েদি কঁকালৰ তলৰ ফেৰ ধৰি থকা আওগৰীয়া মাংসপিণ্ড দুটালৈ হাতখন পিচলাই সি ভাবিলেঃ বাৰুকৈ বিন্দাৰ গাঁৱৰ চিৰিমনৰ ঘৰৰ পখৰা কুকুৰটোৱে সিহঁতক দেখি নুভুকিলে আৰু টোপনি পাতল পুণেমাই বুঢ়ীয়ে সাৰ নেপালে। মাথোন এনল নিলগত চোৰ দুটাকহে দেখা পোৱা গ'ল। নিশ্চয় সিহঁত গুটীয়া আৰু ফটু। তাকো এলাপেচা চোৰ। অৱশ্যে ভেলা দোকানীৰ তাত কাম কৰা ৰাতি বাঁহী বজাই ফুৰা ল'ৰাটোৱে,— মানে লচং নে ফচং, সেইটোৱে দেখাহেঁতেন, কিছুপৰ উধাই-মুধাই দৌৰিব লাগিলহেঁতেন। এৰা, তাৰ আজি কপাল ভাল। আচলতে বিন্দাৰেহে কপাল ভাল। তাই ঘৰ সোমালে তাৰ কিজানি দুগোহালি গৰু হ'ব, গছিধান-গুটিধানৰ দুটা ভঁৰাল হ'ব। হ'বতো। কিয় নহ'ব। হেলনীয়া-সপোন-দেখা চকুৰ, কঁকাললৈকে পৰা চুলিৰ, ফেঁহু যেন ৰঙৰ আৰু কুণ্ডত কটা মুখৰ ছোৱালীৰ জানো 'বিধি বাম' হ'ব পাৰে।

জাৰ্মানি বনখিনি পাৰ হৈ সিহঁতৰ ঘৰৰ ঢকোৱাখানাৰ লগত লাগি থকা তলমুৱা কদম জোপাৰ তলত সি ৰ'ল। বিন্দাও তাৰ ওচৰতে ৰ'ল। সি কঁকালৰ খোচনিৰ পৰা ৰঙা ৰুমাল এখন উলিয়াই বিন্দাৰ কাপোৰে নঢকা অংশৰ ঘামবোৰ মচি মচি ক'লে, "বিন্দা, সোণ মোৰ, তই ইয়াতে খন্তেকৰ টোপোলাটো মোক দে। ঘৰলৈ গৈ অলপ উমান লৈ আহোঁ।"

তাইক সি টপক কৰে চুমা এটা খাই নিৰ্ভয় কৰিলে। অকণো শব্দ নকৰাকৈ সি নঙলাৰ মাৰি দুডাল খুলিলে। ক'লা কুকুৰটোৱে আহি তাৰ ভৰি দুখন সুঙিলেহি। সি অৱশ্যে ঘৰত চোৰৰ দৰে সোমাবৰ প্ৰয়োজন নাই। সিহঁতৰ সমাজত ছোৱালী পলুৱাই অনাটো নিয়মহে। এই নিয়ম দীঘলীআঁটি বিলৰ দৰে পুৰণি। তথাপি তাৰ সংশয় দূৰ নহ'ল। তাৰ লেথা বাপেকক লৈহে। বাপেক বৰ একাচেকা মানুহ। আকোৰগোঁজ মানুহটোক পতিয়ন নিওৱা টান। জেদীও। নাও বুৰিলেও টিঙৰপৰা ননমা মানুহ। এৰা, এইখিনিতে পৰ্‌ভাত দুৰকপলীয়া। তাৰ বাপেক গজালিৰ লগত বিন্দাৰ বাপেক মূলাই হীৰাৰ ঘোৰতৰ বিবাদ।

সি' যে বিন্দাক লৈ ওলাবহি, এই কথা বিন্দাৰ বয়সৰে ভনীয়েক সৰস্বতীয়ে জানে। তাৰ মাক কৰতীয়েও আজি বিয়লি অহুকাণে-পহুকাণে শুনিলে। কিন্তু লেথা হ'ল গজালিক লৈহে। তাৰ এই মইমত বাপেকটোক লৈহে। আদহীয়া মত্-গজ বাপেকটোৱে কি খন কৰে ঠিক নাই তথাপি পৰ্‌ভাত পুৰুষ। লগতে ছোৱালী পলুৱাই অনাটোও পুৰুষৰহে 'বীৰত্ব'। অধিবাসৰ দিনা স্বয়ং কৃষ্ণয়ো ভৱানীৰ মঠৰ পৰা ৰুক্মিণীক পলুৱাই আনিছিল। লগে লগে ৰজা-মহাৰজাবোৰে শৰধনু লৈ অহা দেখি কৃষ্ণই ৰুক্মিণীক প্ৰবোধ দিছিল এনেকৈঃ

কি কৰব সিংহক শূকৰ সৱ আয়া। হামাকু শপত তাপ তেজহু জায়া।

গতিকে তাৰ ভয় থকা উচিত নহয়। সি গল হেকাৰি এটা মাৰিলে। ভনীয়েক সৰস্বতী নিশ্চয় সাৰে আছিল। এৰা, এনে এটা কথা আগতীয়াকৈ জনাৰ পাছত একেটা মতলব লৈ থকা সৰস্বতীনো সাৰে নেথাকি পাৰেনে? তাইৰ কোঠালীত বগী টিনৰ চাকি এটা জ্বলি আছে। বৰ চতুৰ ছোৱালী। তাই চাকিটো হাতত লৈ বাহিৰলৈ ওলাই নাহিল। সি ইচ্ছা কৰিয়েই শব্দ কৰি চোতালত দুখোজমান দিলে। ভৰিৰ খাৰগাঁঠিৰপৰা মটক্ মটককৈ শব্দ দুটামান হ'ল।

সৰস্বতী ওচৰ চপা দেখি সি আগুৱাই গৈ ফুচ্‌ফুচাই সুধিলে, "বৌটী শুলেনে?" তাই একে ধৰণে ক'লে, " বৌটীৰো কিজানি বোৱাৰীৰ বন কৰা খাবলৈ হাবিয়াস। শোবাৰ ভাও জুৰিহে পৰি আছে।"

" ৰজত একা?"

" সি হেমাৰবড়িলৈ গৈছে। ভাওনা চাবলৈ।"

" পিতাই ?"

" ভেটা ৰখিবলৈ গৈছে। কিয়নো যাওঁতে বিয়াগোম চেপা এটা লৈ যোৱা দেখিছোঁ। ৰাইজে পাল পাতি ভেটা ৰখাৰ কথা। সন্দেহ কৰিছে, দীঘলীআঁটিৰ মানুহে চুৰকৈ চেপা দাঙিব পাৰে।"

" কেতিয়া আহিব?"

" কিজানি গোটেই নিশা নৰখে। ভাত খাই যোৱা নাই যেতিয়া ওলাবহি পাৰে। পিছে, বিন্দাক আনিছ জানো?"

" তৰুৱা কদম জোপাৰ তলত।"

" আনগৈ আকৌ। কদমৰ গোন্ধ এনেয়ে আছে। তাত আৰু গোন্ধৰ দৰকাৰ নাই। কোঠালী শুৱনি কৰি তাই গোন্ধ বিয়পাওকহি।"

শেষৰ কথাকেইটা কৈ সৰস্বতীয়ে খুক-খুককৈ হাঁহা সি শুনিবলৈ পালে। তাৰ তেজত যেন জুইহে লাগিল। সি বিন্দাক লৈ আহিল। দুয়ো সুৰুকা মাৰি কোঠালীটোত সোমালহি। সৰস্বতীয়ে ঘপকৈ সোমাই চাকিটো খাটৰ খুটা এটাৰ ওপৰতে থৈ গুণ-গুণাই কিবা এটা গাই মাকৰ ওচৰ পালেহি। পৰ্‌ভাতে কিবা এটা সন্দেহ কৰি কোঠালীটোৰ পৰা ওলাই আহি মাক আৰু সৰস্বতী শোৱা কোঠালীটোৰ বেৰ এখনত কাণখন থ'লে, খন্তেকতে এই কথা শুনিবলৈ পালে ঃ

ঃ সৰেচতী, ছোৱালী কেনে ঔ?

ঃ বড়িয়া, মোক খা মোক খা চেহেৰা! সেয়েহে চাকিটো থৈ আহিছিলোঁগৈ। চাবৰ মনেৰে।

ঃ তাৰ নিচিনা হাড়পাত শকত আৰু মঙহালনে?

ঃ একাচি চৰাহে। চিৰাল ফটা বাঙিৰ নিচিনা।

ঃ হওক তেও। আৰু?

ঃ তাই বেচ চম্ভালিব পাৰিব। সি আৰু গজেনৰ দৰে ধুমখুলি বাই থাকিব নেলাগিব। তাইক আৰু চেপি খুন্দি থাকিলেও ওফন্দিহে থাকিব।

ঃ হওক তেও। সিহঁত সুখী হওক। এৰা তয়ো বৰচাজলৈ গ'লে তেও মোৰ চিন্তা কমে।

তাৰ পাছত কোনো শব্দ নাই। পৰ্‌ভাতে আওপকীয়াকৈ মাকৰ আশীৰ্বাদ পালেই। তাৰ অন্তৰত মাকৰ প্ৰতি শ্ৰদ্ধা আৰু কৃতজ্ঞতাত উপচি পৰিল। সি উভতি আহি বিন্দাক খাটত লাজ লাজ ভাৱ লৈ তললৈ চাই বহি থকা দেখা পালে। সি কোঠালীটোত সোমোৱাত তাই যেন লাজতেই নিলাজী বন হ'ল। সি দুৱাৰৰ ডাংডাল

মাৰি তাইৰ কাণৰ নিচেই ওচৰলৈ মুখখন আনি ক'লে, " মনত ডাৱৰ কিয়? ওপজা ভেটীতো এৰি" তাই মাথোন ক'লে, " চাকিটো নুমাই দে।"

"কিয়?"

" তোক দেখি কেতিয়াও ইমান লাজ লগা নাছিল।

" পিছে বিন্দা, আগতেওতো প্ৰথমবাৰ লাজ ভঙাৰ পাছত.........।"

" এতিয়া বেলেগ কথা। আমি মতা-তিৰোতা। চাকিটো নুমাই দে।"

" এৰা পাহৰিয়েই গৈছোঁ। এইখিনি 'কমনচেন্স' মোৰ থাকিব লাগিছিল।"

সি চাকিটো নুমাই দিলে। কোঠাটো বেছি এন্ধাৰ যেন লগিল। অলপ পৰৰ পাছত কিন্তু অস্পষ্ট কোমল পোহৰত কোঠালীটোলৈ চেগা-চোৰোকা শুকুলা ডাৱৰৰ আকাশখনৰ এচমকা নামি অহা যেন লাগিল। কাৰণ, এশাৰী কাকিনি তামোলৰ ওপৰেদি জোনে কেৰেচীয়াকৈ হাঁহিছে। এটা তৰাৰে সৈতে। ইকৰাৰ বেৰৰ ফাঁকেদি, ছাল-ফৌকমৰ মাজেদি আৰু পশ্চিমফালে থকা ৰুমালখনৰ সমান খিৰিকীখনেদি জোনৰ পোহৰ পৰিছেহি। এনে অৱস্থাত বিন্দালৈ আচৰিত ধৰণৰ আকল এটা হৈছে যদিও সি এটা চিন্তাত পৰিছে। কাষৰ কোঠাটোতে সৰস্বতী আৰু মাক শোৱে। মাকৰ হয়তো টোপনি যাব পাৰে। কিন্তু সৰস্বতীৰ টোপনি নাহে। হেজাৰ হওক তাই তেজ-মঙহৰ গাভৰু। এনে এটা ছিন তাইলৈকো আহিব। সি তাইৰ ককায়েক হ'লেও, নীতি-নিয়মে তাইৰ আগ্ৰহ নষ্ট কৰিব নোৱাৰে। সৰস্বতীও কম পীৰিতি-পাগলিনী নহয়। কিজানি লুকাই-চুৰকৈ বৰচাজে তাইক নতুন সোৱাদ দি থৈছে। গতিকে তাই শহাকণীয়াকৈ ৰ'বই। তাইৰো গা-মন কিবা লাগি যাব। হয়তো দেখাৰ আৰু শুনাৰ আগ্ৰহটো দমাব নোৱাৰি,শোৱাৰ পৰা উঠি বেৰত কাণ পাতিবহি। সিহঁতে উত্তেজনাত কোৱা বেবেৰিবাং কথাবোৰ, দেহৰ তালবোৰ আৰু ফোঁচ্‌ফোচনিৰ দৰে শব্দবোৰ শুনিব। হয়তো কিবাকিবি দেখিবও। এস, বৰ লাজৰ কথা হ'ব। পাচদিনা মুখ উলিওৱাই টান হৈ পৰিব। অথচ এনে এটা দিনত লাগে তাক জনপ্ৰাণী নোহোৱা এখন ঠাই।

তাৰ সঁচাকৈয়ে লাজ লাগিল। বিন্দাক সি সদায় পাব। তাইৰ এই শৰীৰটো সদায় বিচনাৰ গাৰু এটাৰ দৰে সহজে বিচাৰি পোৱা বস্তু এটা হ'ব। কিন্তু আজি এই সকলোৱে অনুমান কৰা কথাটো যে কিমান লাজৰ! সি ভাবিলে, কাইলৈ নিশ্চয় সৰস্বতী সাৰে নেথাকে। কাইলৈ তাইৰ ইমান আগ্ৰহো নহ'ব। গতিকে , সি যদি আজি ৰাতি বিন্দাক ইয়াতে এৰি ঢলপুৰীয়াৰ ৰমাকান্তৰ ঘৰত শোৱেগৈ, তেনেহ'লে বিন্দায়ো ইমান বাট খোজ কাঢ়ি অহাৰ ভাগৰ পলুৱাই শুব পাৰিব আৰু দুয়ো প্ৰথম নিশাৰ লাজ কাটি কৰি থব পাৰিব। বিন্দাই বেয়া নাভাবিব। কাৰণ, সেই ঠাইত, — প্ৰথমে তাইক লগ পোৱাৰ ঠাইতেইতো,-তাই তাৰ দেহৰ ভোক কিমান বুজি ল'লে।

সি আৰু এটা কথা চিন্তা কৰি ৰাতিটোৰ কাৰণে ঢলপুৰীয়াৰ ৰমাকান্তৰ ঘৰত শোৱাটোকে ঠিক কৰিলে। মাজনিশা বাপেক ওলাবহি মাকে দুৱাৰ খুলি দিবহি আৰু মনে মনে কথাটো ক'ব। তেতিয়া বাপেক গজালি গৰ্জি উঠিব। খন্তেকতে গোটেইখন হুলস্থূল লাগি যাব। তাৰ লগত বহুত পৰ তৰ্কাতৰ্কি হ'ব। এইবোৰ দেখি বিন্দাৰ পেটতে হাতভৰি লুকাব। তায়ো গজালিৰ ককৰ্থনা নুশুনিলেহে ৰক্ষা। বাপেক গজালিয়ে এনে হুলস্থূল লগাবই। কাৰণ, গজালিৰ লগত মূলাইৰ ঘোৰতৰ বিবাদ। এবাৰ ভোগালী বিহুৰ উৰুকাৰ দিনা দীঘলী বিলত মাছ মৰা লৈ মৰামৰি হৈছিল। এটা দলৰ বৰ মতা আছিল গজালি আৰু ইটো দলৰ মূলাই হীৰা। মূলাই হীৰাই তাক মাৰিছে বুলি গোচৰো কৰিছিল। গোচৰত গজালি হাৰিছিল। কাৰণ মুচুলুকা লৈহে হাকিমে গজালি আৰু তাৰ দলটোক এৰি দিছিল। সেয়েহে গজালিৰ মূলাই হীৰালৈ ইমান আখেজ। গতিকে আজি ৰাতিটো যদি পৰভাত ৰমাকান্তৰ ঘৰত থাকে আৰু পাচদিনা পুৱা যদি দেৰিকৈ ওলায়হি, তেনেহ'লে এইখিনি সময়ৰ ভিতৰতে গজালিৰ খং আৰু আক্ৰোশ শাম কাটিব পাৰে। ৰাতিপুৱা বিন্দাই সেৱা কৰাৰ পাছত তাইক দেখিও সকলো পাহৰি যাব পাৰে।

সেই কাৰণেই তাৰ বুদ্ধিটো চমুকৈ বিন্দাক ক'লে। বিন্দায়ো তাৰ সমস্যাটো বুজি পাই তাক ওলাই যাবলৈ সন্মতি দিলে। সি ওলাই আহিল। সি পিচলৈ ঘূৰি চালে। একো নেদেখিলে। মাথোন বিন্দাই দুৱাৰৰ শলখা মৰা শব্দটোহে শুনিলে। সি বেগেৰে খোজ দি এঘন্টামানৰ মূৰত ঢলপুৰীয়াৰ ৰমাকান্তৰ ঘৰ পালেহি। সি চিঞৰিলে, "ৰমাকান্ত! অ' ৰমাকান্ত!" কিছুপৰ একো সঁহাৰি নেপাই আকৌ চিঞৰিলে, "অ' খুড়ী আছেনে?"

ৰমাকান্তৰ মাকে দুৱাৰ খুলি দিলে। চাকিৰ পোহৰত দেখিলে,- ৰমাকান্তৰ মাক আৰু ওচৰতে সোমেশ্বৰীক। সোমেশ্বৰীয়ে আচৰিত হৈ ক'লে। "অ' পৰ্ভাত ককাই দেখোন। ইমান ৰাতি।"

সি ভিতৰ সোমাই সুধিলে," ৰমাকান্ত নাই?" মাকে ক'লে, পৰহিয়েই বোৱাৰীৰে সৈতে তাইৰ মাকৰ ঘৰলৈ গ'ল। কাইলৈহে অহাৰ কথা পিছে তই ক'ৰ পৰা আহিলি? বিপদ?

সি পীৰা এখনত বহি মূৰটো বেৰত আওঁজাই ক'লে, " এৰা, বিপদ বাৰুকৈয়ে। আজি হেৰিয়াক, মানে মূলাইৰ জীয়েকক, আনি ঘৰত থলোঁহি। পিতায়ে মূলায়ে অহিনকুল। মোক দমদমাবলৈ লাগিল। গালি-শপনি পাৰি গছৰ পাত সৰাবলৈহে বাকী থাকিল। গতিকে ইয়ালৈকে আহিলোঁ। ভাইক থৈ আহিছোঁ। কাইলৈ গৈ পাওঁ মানে কিজানি পিতাইৰ খং জামৰিব।

সিহতৰ কিজানি তালৈ পুতৌ জন্মিল। সোমেশ্বৰীয়ে আলহী সোধাৰ উলহ-মালহ লগালে। জা- জলপান খাবলৈ দিলে। পৰ্ভাত আচৰিত হ'ল। সোমেশ্বৰীৰ গতি-বিধি দেখি। তাইৰ মনত অতি হৰিষ। মাটিত ভৰি পৰিব খোজা নাই। তাইৰ মুখত মৰম। কিন্তু চকুহাল চিকাৰ বিচৰা বাঘিনীৰ দৰে। কিন্তু কিয়?.......

ৰমাকান্তক শুবলৈ দিয়া বিছনাখন পাৰি আঁঠুৱাখনৰ তলটো চাৰিওফালে গুজি দি সোমেশ্বৰীয়ে ক'লে, "তই কম ভকত নহয়। পাটীৰ তিৰোতা এৰি তই........। ছেঃ তাই একো কোৱা নাই?"

সি আঁঠুৱাৰ ভিতৰৰ পৰা ক'লে। "তোক ইমানবোৰ খবৰ কেলৈ?"

এই বুলি কোৱাৰ লগে লগে তাই হাতখন আঁঠুৱাৰ তললৈ সুমুৱাই তাক এটা চিকুট মাৰিলে আৰু এষাৰ ক'লেও, "ইমান ডাঙৰ কাণ্ড এটা কৰি আহি জানো তোৰ টোপনি যাব।

সি আঁঠুৱাৰ মাজেদি তাইলৈ চালে। তাই কিয় আজি তালৈ ইমান আগ্ৰহ দেখুৱাইছে? আগেয়ে দেখোন তাই গোঙোৰামুৱা হৈ থাকে। তাইক যে ইমান ভাল দেখা গৈছে। ব্লাইউজটো কিজানি ইচ্ছা কৰিয়েই খুলি থৈছে। চুলিবোৰ আউল-বাউল। খোপা-কাটল অস্থিৰ। গাটো বৰ মোহ লগা হৈ পৰিছে। মুখখন বিন্দাৰ দৰে ধুনীয়া নহ'লেও বুকুৰ মেহনতি কামবোৰ বেছি চকুত লগা। কঁকাল যিমানেই সৰু, কঁকালৰ তলছোৱা সিমানেই বহল আৰু ওখ। মেখেলাৰ আৱৰণেও মাখনৰ স্তম্ভ যেন লগা কম্ৰগুণৰ গোলাকাৰ সীমামুৰিয়লি লুকুৱাব পৰা নাই। এতিয়া শুই আছে। সেই কাৰণেই হয়তো তাই.........। অথচ তাই জানে যে সি বিন্দাক আনি তাৰ ঘৰত থৈ আহিছে তিৰোতা মানুহৰ যে কি আচৰিত মন!

" শুই অসুবিধা পাইছে নেকি?"

" নাই। চাকিটো লৈ যা।"

" চাকিটো বৌৱে ইয়াতে থৈ দিবলৈ কৈছে।"

" মিছায়ে কৈছ।"

" তেনেহলে নুমাই দিওঁ।"

এইবুলি তাই চাকিটো নুমাই দিলে। তাৰ পাছত তাই মুখখন আঁঠুৱাৰ ভিতৰলৈ সুমুৱাই তাৰ ওচৰলৈ আনি ক'লে, "শান্তিৰে শুব পাৰিবিতো?" তাইৰ গৰম উশাহে তাৰ গালখন চেলেকি গ'ল। সি বিবেক হেৰুৱায়ো, অতি উন্মাদ হৈয়ো, উপস্থিত বুদ্ধি নেহেৰুৱালে। ক'লে "তই আহিবি?" তাই মুখখন তাৰ বুকুৱেদি বাগৰাই ক'লে, "অলপ পাছত। বৌ ভালকৈ শোৱক।"

সি বিশ্বাস কৰিবনে নকৰে ভাবি পোৱা নাছিল। এনেতে প্ৰায় মাজ নিশাৰ পাছত সি অনুভৱ কৰিলে কাষতে এটা আধা ঢকা আধা নঢকা শৰীৰ। আগলি কলাপাতৰ দৰে মিহি, অথচ কুকুৰা এজনীৰ বুকুৰ দৰে উম লগা। এই শৰীৰটো বতাহে কোবোৱা কেঁচা ধাননিডৰাৰ দৰে ঢৌ উঠা। তাইৰ কঁপা কঁপা হাত দুখন মলয়াই লৰোৱা ফুলৰ পাহিবোৰৰ দৰে। ওঠৰ পৰশত কাকুতি, নিম্নাংশৰ হেন্দোলনিত বহুত মিনতি।........

গতিকে কথাৰে এই কাকুতিৰ, এই তেজৰ নিমন্ত্ৰণ, উত্তৰ দিব নোৱাৰি। এতিয়া পৰ্ভাতৰ অচৈতন্য। তাৰ সমগ্ৰ চেতনা মাথোন এটা শৰীৰত। এই মুহূৰ্তত ইয়াতকৈ অপৰূপ বীৰ আৰু কাৰো হ'ব নোৱাৰে। গতিকেই দুটা শৰীৰ এক হৈ গ'ল, দুটা মন এক হৈ গ'ল। ৰাগমোচনৰ চৰম মুহূৰ্তৰ সন্ধানত সোমেশ্বৰী আৰু পৰ্ভাত এতিয়া সৃষ্টিৰ প্ৰথম নৰ-নাৰী............। কাউৰীৰ আৰাব শুনি আৰু চকুত আমনি পাই পৰ্ভাতে চকু মেলিয়েই দেখিলে, —সোমেশ্বৰীক। সি শোৱাৰ পৰা উঠিল। সোমেশ্বৰীয়ে মোহ লগাই হাঁহি গাল দুখনৰ মাজত দুটা গাঁত কৰি ক'লে, " শুয়েই থাকিবিনে? ঘৰত শুইছোঁ বুলি ভাবিছ নেকি?" সি একো নক'লে। চাহ-জলপান খোৱাৰ সময়তো সোমেশ্বৰীয়ে তাক ক'লে " মাজে মাজে আহিবি আকৌ। বিন্দাক পাই ঢলপৰীয়াখনক নেওচা নিদিবি আকৌ।"

এই বাৰো পৰ্ভাতে একো নক'লে। সি সোমেশ্বৰীৰ চকুলৈকে চাব নোৱাৰিলে। তাক আকৌ ক'লে, "সেই বুলি তাইক আকৌ মৰম-চৰম কৰিবি। মোলৈ আকল কৰি থাকিলেই নহ'ব। পতি হ'বলৈ বৰ টান, বুইছ। কিজানি ঘৈণী হোৱাটোও টান। চব বান্ধোন। পাৰোতেনো মই কলীয়াক ক'লোঁনে।বোলো চোৰ হৈ মোক বিচাৰিলেহে তোক ভাল লাগে? নহ'লেতো একেখন আঞ্জাৰ ভাতত কিহৰ জুতি।"

পৰ্ভাতে তেতিয়াও একো নক'লে। মাথোন ভাবিলে, তেনেহ'লে সোমেশ্বৰীৰ বিষয়ে মাজে মাজে শুনা কথাবোৰ মিছা নহয়।

অৱশ্যে বিদায় লোৱাৰ সময়ত কৃতজ্ঞ হৈয়ো সি তাইৰ ফালে চালে। বাটত তাৰ মনটোৱে নিমিলা কথাবোৰ আৰু ভাবিব নোৱাৰা হ'ল। সি সুঁৱৰিলে,— সকলো বুজিব পাৰি। নিজক বুজা বৰ টান। এইযাৰ কথা সিহঁতৰ গাঁৱৰ বলো গায়নে বাৰ বাৰে কয়। এৰা, মানুহৰ, মানে মতা-তিৰোতাকে ধৰি সকলোৰে, কোন সময়ত কি মতলব হয় ধৰিব নোৱাৰি। এনে খন্তেকীয়া দুৰ্বলতাবোৰে স্বাভাৱিক সমাজখনক ইতিকিং কৰি কয়, — হাতীক তহঁতে লেজুৰে বান্ধি বইচ লগাব পাৰ, মনক নোৱাৰ, লোভকো নোৱাৰ। অথচ এইখন পৃথিৱীৰ মানুহৰ সংসাৰবোৰ দেখাত তেনেই স্বাভাৱিক। পতি-পত্নীৰ প্ৰেম আছে, নীতি-নিয়ম আছে। ধৰম আছে, বান্ধোন আছে।

এৰা সোমেশ্বৰী হ'ল, এটা লোভ; সমাজৰ বান্ধ আৰু বিশ্বাস ভঙ্গ কৰিব পৰা বাঢ়নী পানীৰ সোঁত। কিন্তু বিন্দা হ'ল মৰম। বিশ্বাস, বান্ধোন, ধৰণী আৰু অনেক।.........

ঠিক ঘৰ চপাৰ আগে আগে বিন্দাক প্ৰৱঞ্চনা কৰাৰ অনুতাপে তাক ডেই পুৰি মাৰিব বুলি ভাবিছিল যদিও পদূলি মুখতে তাৰ মনত পৰিল এটা অদ্ভুত উদাহৰণঃ প্ৰতিটো বাঁহীৰ সুৰ যেনেকৈ বেলেগ, সেইদৰে প্ৰতিজনী তিৰোতাৰ শৰীৰো তেনেকৈ .........।

নঙলামুখ পাৰ হৈ সি দেখিলে, বাপেকে চোতালৰ গড় এডালত বহি ভগা জুলুকি এটা বাটি আছে। তাক অহা দেখি গজালিয়ে অলপ খঙেৰে তাৰ ফালে চাই ক'লে, " আহিলিনে বোপাই? তোৰ মূৰত ঘিঁউ আছেনে, গোবৰ আছে? বুইছ, তিৰোতা চপালেই নহয়, চম্ভালি ৰাখিবও জানিব লাগে। মূৰত ঘিঁউ থকাহেঁতেন, তই এনেকৈ ছোৱালীজনীক এৰি থৈ ...........? থুই কটা। সোধচোন মাৰক; তাইক এনেকৈ অনাৰ বেলিকা কিবা মই এনেকৈ এৰি গৈছিলোঁনে। ধিক্ ধিক্। এৰা এতিয়াৰ ল'ৰাবোৰৰ একেবাৰে কাণ্ড-জ্ঞান নাই।........."

কথাখিনি শুনি প্ৰভাতৰ সাহ বাঢ়ি গ'ল। সি সেহাবেঙাকৈ ক'লে, ".......... কিন্তু পিতাই, তই গণ্ডগোলখন কৰ বুলিহে.........।" বাপেকে অকণমান হঁহাৰ নিচিনা কৰি ক'লে, "হেৰ, মূলাইৰ মোৰ লগত বেয়া হ'ব পাৰে, কিন্তু তাৰ ছোৱালীৰ জগৰ কি? গাধা, এইটো কথাও বুজি নেপালি। তাৰ ঘৰলৈ উঁহুত দুটা নগ'লেই হ'ল।"

পৰ্‌ভাতে নিৰ্ভয় মনেৰে ভিতৰলৈ গৈ বিন্দাক ক'লে। "বিন্দা, মোক আজিৰ পৰা তই শাসন কৰিব লাগিব দেই। কাৰণ, মানুহৰ মন শিমলু তুলাৰ দৰে।" কিয় এনেকৈ কৈছ বুজি নেপাই বিন্দাই মাথোন চল্‌চলীয়া চকুৰে তাৰ বুকুত আশ্ৰয় ল'লে। ❑

# নীলিমা শৰ্মা

## অন্যসুঁতি

ছোৱালীৰ আচাৰ-ব্যৱহাৰ কেনে হোৱা উচিত সেই সম্পৰ্কে মাকে এটি দীঘলীয়া বক্তৃতা দিলে। জন্মদাত্ৰীৰ এই উপদেশ বাণী মিনুৰ বাবে বেকগ্ৰাউণ্ড মিউজি্ক। তাই বৰকৈ কাণ নিদিয়ে। বেণী দুডালত ৰিবন মৰা শেষ হৈছিল। জঁপিয়াই জঁপিয়াই তাই ওলাই আহিল। ভিতৰৰ বাৰাণ্ডাত আইতাই তামোল খুন্দি আছিল। বনৰীয়া হৰিণাৰ দৰে জঁপিয়াই জঁপিয়াই ওলাই অহা মিনুক দেখি মাতিলে, " শুনচোন মিনু আই। সেই ঘুৰিটো কেলেই পিন্ধিছ? মেখেলা-চাদৰযোৰ পিন্ধচোন, কেনে শুৱনি দেখিব" পুৰণি কলীয়া আইতাৰ এই মেখেলা-চাদৰ পিন্ধাৰ প্ৰস্তাৱটো তাই সমূলি সমৰ্থন কৰিব নোৱাৰে। ৰুগ্না মাকেও যেতিয়া আইতাৰ সপক্ষে মত দিয়ে তেতিয়া তাইৰ অসম্ভৱ খং উঠে। "মই এতিয়া মেখেলা চেখেলা নিপিন্ধো"- স্পষ্টকৈ কৈ মিনু বাহিৰৰ বহল বননি পালেহি। তাই এদিন মা আৰু আইতা দুয়োকে বুজাই কৈছিল। "মেখেলা-চাদৰতো আজীৱনেই পিন্ধিব লাগিব। দুদিনমান ফ্ৰক পিন্ধিলে কি ক্ষতি?" মা মনে মনে থাকে। আইতাই কিন্তু নুবুজে। খংখিনি প্ৰকাশ কৰি কৈ যায়, "আমি এই বয়সত লোকৰ ঘৰত গেবাৰি খটিছিলো। তহঁতৰ কপাল ভাল, দিন কাল সলনি হ'ল। সেই বুলিনো আৰু গাভৰু বয়স পাই মেখেলা-চাদৰ সাজ পিন্ধিব নেপাৱনে?" খণ্ডত মিনুৰ মুখখন ৰঙা হৈ উঠে। তাই একো নেমাতে। ঝৰনাহঁতৰ ঘৰত খেলৰ আয়োজন হৈছিল। মিনু উপস্থিত হ'লগৈ। গোটেই বাটটো তাই ভাবিলে। তাই বাৰু কেনেকৈ ফ্ৰক এৰিব? মেখেলা-চাদৰ পিন্ধাৰ কথা ভাবিলেই তাইৰ কাণ-মূৰ গৰম হৈ উঠে। ইছ! গেটেইবোৰে তাইলৈ চাব। তাইৰ যে ইমান লাজ লাগিব। সৰুতেচোন মেখেলা-চাদৰ পিন্ধাত বৰ চখ আছিল। মাৰ ৰিহা-মেখেলা মনে মনে পিন্ধি স্কুললৈ গৈছিলো। আহিবৰ সময়ত আমনি লাগিলে বেগৰ ভিতৰত ৰিহা-মেখেলা ভৰাই শুদা ফ্ৰকটোৰে ঘৰ ওলাইছিলোহি। তেতিয়া মেখেলা-চাদৰ পিন্ধি ওখ শ্ৰেণীৰ ভৰ যৌৱনা ছোৱালীবোৰৰ দৰে গহীনকৈ খোজ দিবলে খুব ভাল লাগিছিল। কিন্তু এতিয়া যে কি হ'ল। ডাঙৰ হোৱাৰ কথা ভাবিবৰে মন নেযায়। সদায় যেন সৰু হৈ থাকিম। লেচু,

বগৰীৰ জুতি বিচাৰি বনে বনে যেন ঘূৰি ফুৰিম। দৈহিক গঠনলৈ কিযে বাজে পৰিৱৰ্তনবোৰ আহিছে। আইতাৰ ওচৰলৈ অহা বুঢ়ী মানুহবোৰে যেতিয়া তাইৰ সম্পৰ্কে কৌতূহলতা প্ৰকাশ কৰে লাজত মিনুৰ মৰি থাকিবৰ মন যায়। ঝৰনাইহঁতৰ ঘৰত লীনুক নেদেখি মিনু। আচৰিত হ'ল। সুধিলে, "লীনু নাহে"? ঝৰনাই মুখখন ওন্দোলাই ক'লে, "লীনুৰ জানো কি হৈছে নেখেলো বুলি ক'লে।

" তেন্তে আৰু কি কৰিবি গুটিকে খেলোঁ দে"।

মিনুৰ আজি মনটো অকণো ভাল লগা নাই। কিবা এখন অচিন দেশত তাই যেন উপস্থিত হৈছেহি। কোনো কথাতে নিজক খাপ খুৱাব পৰা নাই। মিনুৱে দেখে, তাইৰ লগৰ অনেক বন্ধু তাইৰ পৰা বহু দূৰলৈ গুচি গৈছে। কড়িগুটি খেল আদিত কাজিয়া কৰি নমতা-নমতি হৈ যাব পৰা কেবাজনীও বান্ধৱীয়ে এতিয়া এইবোৰ খেললৈ একেবাৰে পিঠি দি দিছে। সিহঁতৰ কথা-বতৰাৰ ধৰণ সলনি হৈ গৈছে। মিনুৰ পৃথিৱীখন ভাল নলগা হৈছে। গধূলি নিবিড় হওঁতে মিনু আহি ঘৰ পালেহি। বহা কোঠাত দেউতাৰ কেবাজনো বন্ধু। তাই আহি ৰুগ্ন মাকৰ শেঁতেলিৰ কাষ পালেহি। মাকে তাইক বাহিৰলৈ চাহ জলপানখিনি যতনাই নিবলৈ ক'লে। ঘৰুৱা কাম সাধাৰণতে মিনুৱে নকৰে। তাই কয়, "মই নোৱাৰিম, মালতীকে ক'বা।" লিগিৰী মালতী মিনুৰ সোঁহাত। ঘৰৰ সকলো কাম বনতে সহায় কৰা এই ছোৱালীজনী তাইৰেই সমবয়সী। ঘৰখনৰ একমাত্ৰ ছোৱালী মিনু ৰাজকন্যাৰ দৰে থাকে।

পৃথিৱীলৈ নহয়। মিনুৰ যৌৱনে গৰকা দেহলৈ এক মহা প্ৰলয় আহিল। সেইদিনা সেই অনাহূত, আকস্মিক মহাবানৰ আৱিৰ্ভাৱত মিনু অস্বাভাৱিক ধৰণে চমকি উঠিছিল। সেই আৱিৰ্ভাৱৰ বাবে তাই সমূলি প্ৰস্তুত নাছিল বাবেই মিনুৰ নিজকে এক দুৰ্বোধ্য সাঁথৰৰ সন্মুখীন হোৱা যেন লাগিছিল। তাই উচুপি উচুপি কান্দিছিল। মিনতি কৰি তাই ঈশ্বৰক কৈছিল, " তুমি মোক এইবোৰৰ পৰা নিষ্কৃতি দিয়া। মোক তুমি আগৰ মিনু পাতি দিয়া। মোক ভন্টি হৈ থাকিবলৈ দিয়া।" আইতাই কোঠাটোৰ পৰ্দাবোৰ টানি দি কৈছিল। " বাজলৈ নোলাবি। কিহবাৰ দৰকাৰ হ'লে মালতীকে মাতিবি।" মালতীক কিবাকিবি নিৰ্দেশ দি ৰুগ্ন বোৱাৰীয়েকক ক'লে, "শুনিছনে মাই, আজি দিনটো ভাল। শুভ লক্ষণহে। ল'ৰা কিটাক তাইৰ কোঠালীটোত সোমাবলৈ নিদিবি।" তাৰ পিছত আৰু কেবাদিনো মিনুৱে কান্দিছিল। কাৰোবাক তাইৰ অভিশাপ দিবৰ মন গৈছিল। সময়ৰ নিষ্ঠুৰতাক তাই স্থিৰভাৱে মানি ল'ব পৰা নাছিল। আইতাই এশ এবুৰি উপদেশ দিছিল। মায়ে নাৰী জীৱনৰ নিৰ্ঘাত সত্যটো একমাত্ৰ জীয়ৰীক ফটফটীয়াকৈ কৈ দিছিল। কথাবোৰ মিনুৰ কাণত সোমাই নোসোমোৱা হৈ গৈছিল। তাইৰ যে একোকে ভাল লগা নাছিল। প্ৰলয়ৰ বান যিদিনা আঁতৰি গ'ল সেইদিনা ওখ,

বহল দাপোণখনৰ সমুখত থিয় হৈ মিনু অবাক হৈ গ'ল। তাই ইমান সুন্দৰ! দাপোণখনৰ একেবাৰে কাষলৈ গৈ তাই বহলকৈ চকুযোৰ মেলি দিলে, গভীৰ ক'লা এযুৰি চকু, ওঁঠ দুপাহ কঁপি উঠিল। তাই চুটিকৈ হাঁহি দিলে। ডালিম গুটিবোৰ জিলিকি উঠিল। নিজকে নিজৰ খুব ভাল লাগি গ'ল। কোঠাটোৰ দুৱাৰ দুখন তাই বন্ধ কৰিলে। আলফুলকৈ চুলিখিনি ফণিয়ালে। প্ৰসাধনত আজি অকণো ত্ৰুটি নাই। নিজৰ প্ৰতি তাই আগতে কোনো দিন ইমান যত্ন লোৱা নাছিল। কথাষাৰ মনত পৰিলত লাজুত মিনুৰ মুখখন ৰক্তিম হৈ পৰিল। ট্ৰাঙ্কটো খুলি বাছি বাছি কাপোৰ উলিয়ালে। আইতাই বোৱা বুটা বছা মেখেলা-চাদৰযোৰ সযতনে পিন্ধিলে। দাপোণৰ সমুখত থিয় হৈ নিজকে এজনী অচিনাকি ছোৱালী যেন লাগিল। কোঠাটো পৰিষ্কাৰ কৰি তাই ড্ৰইংৰুমলৈ আহিল। ইচ্! ইমান লেতেৰা হৈ আছে। ফুলদানীটোত একেবাৰে পলিচ নাই। এখনো এমব্ৰইডাৰি কৰিব পৰা কাপোৰ নাই। তাই জানো কোনোবা দিন এমব্ৰইডাৰি কৰিছে? ৰূপালী এছট্ৰেবোৰ শ্বিলভৰ পৰশ নেপাই শেঁতা হৈ গৈছে। লাইটৰ ছেদত মকৰাৰ জাল। বেৰত মান্ধাতা আমোলৰ কেইখনমান ফটো। আৰু আলমাৰি দুটাৰ ওপৰত একাঙুল ধূলি। মিনুৱে মালতীক চিঞৰি চিঞৰি একো আদেশ নিদিলে। নিজে পৰিষ্কাৰ কৰাত লাগিল। 'ব্ৰাছ'ৰে ফুলদানীৰ উজ্জ্বলতা বঢ়াই দিলে।ফুলনিৰ বাৰে বৰণীয়া ফুলবোৰ কাটি আনি সজালে। ইটো কোঠাৰ পিছত সিটো কোঠাত সোমাই মিনুৰ মন তিক্ততাৰে ভৰি পৰিল। ইমান বিশৃঙ্খল। মিনুৱে মিনুক বেয়াকৈ গৰিহণা দিলে। মিনুৰ এই অভাৱনীয় পৰিৱৰ্তন দেখি ৰুগ্ন মাকে মুখ টিপি হাঁহিলে। আইতাই মিনু আইক আশীৰ্বাদ দি নেদেখা ঈশ্বৰলৈ এশ কৃতজ্ঞতা জনালে।

দাদাক অনুৰোধ নজনাই মিনু নিজেই সাজি কাচি ওলাল। বহু দোকান ঘূৰি কাপোৰ আৰু বিবিধ সূতা কিনিলে। ৰমকজমককৈ ফুল বাছিব। কোঠাবোৰ উজলাই তুলিব। স্কুললৈ যাবলৈ ওলাই মিনুৰ সঙ্কোচ অনুভৱ হ'ল। আলিবাটৰ মানুহবোৰে ঘূৰি ঘূৰি চায় যদি। সৰুদাৰ দৰে সৰুদাৰ বন্ধু বোৰে যদি 'শগুণ' বুলি জোকাই দিয়ে। মিনুৱে কিন্তু একদম সহ্য নকৰিব দেই। ৰাজআলিত খোজ আঁকি যাওঁতে তাই ভয়ানক ধৰণে সচেতন হৈ পৰিল। মেখেলা-চাদৰে ভৰিত জোতা পোতা লগাবলৈ ধৰিলে।

ক্লাছৰ মেজত এতিয়া আৰু গুটিখেলে ঘা লগোৱা নাই। কড়ি আৰু গুটি খেলিবলৈ এৰি দিয়া হৈছে। এতিয়া বাইদেউ আহি শ্ৰেণীত প্ৰৱেশ নকৰালৈকে ঘূৰণীয়াকৈ এজুম গোট খাই মেল জোৰা হয়। আবেলি ঘৰে ঘৰে খেলাৰ চখ উঠি গ'ল। গধূলি দল বান্ধি ফুৰা হয়। ফুৰোতে কোন ল'ৰাই কালৈ ঘনাই চালে তাৰে আলোচনা হয়। নহলে কোনজনী ছোৱালীয়ে কোনজন ল'ৰাৰ কথা বেছিকৈ কয় তাৰে গৱেষণা চলে। পিছদিনা স্কুলত ভীষণ ধৰণে জোকোৱা আৰম্ভ হয়। ধুনীয়া ফুলবোৰ

হৈ পৰিছে অতীব আত্মসচেতন। কিমান মধুকৰ সিহঁতৰ সৌন্দৰ্য দেখি কাষ চাপি আহি তাৰ নিৰ্ভুল হিচাপ দি অনুভৱ কৰে আশাতীত গৌৰৱ। মিনুৱে আটাইবোৰ সহপাঠীৰ আলেখ-লেখ চাই সগোপনে হাঁহে।

মিনুৰ কাষত বহা সুগহীন ছোৱালীজনীৰ নাম জবা বৰবৰা। লাহীকৈ মিঠা বৰণৰ ছোৱালীজনী দেখিবলৈ অশুৱনি নহয়। গাত সদায় এখন খমখমিয়া জিকা শিৰ যেন ইস্ত্ৰিৰ মুগাৰ মেখেলা, বৰফৰ নিচিনা বগা আশী সূতাৰ এখন চাদৰ, সামান্য ৰঙচঙীয়া এটা ব্লাউজ। আৰু ভৰিত এযোৰ চপ্পল। দীঘল চুলিখিনিৰে সদায় এডলীয়া বেণী গোঁথে। জবা বৰবৰাৰ লগত মিনুৰ গভীৰ বন্ধুত্ব হ'ল। ছোৱালীজনীয়ে কম কথাৰ মাজেদি বহুত কথা ক'ব পাৰে। মিনুৰ ভাল লাগে। জবাৰ দেউতাক কোনোবা বাগিচাৰ বৰ কেৰাণী। তাই মোমায়েকৰ ঘৰত থাকি পঢ়ে। ছোৱালীজনীয়ে ৰান্ধনি ঘৰৰ বহুত কাম কৰে। মিনুৱে হাত দুখন দেখিয়েই বুজিব পাৰিছে। অথচ জবা বৰবৰাই কোনো এটা পৰীক্ষাতে আন বহুতো ছোবালীৰ দৰে আক্ষেপ নকৰে, "ৰান্ধনি ঘৰৰ কাম কৰোতে মই পঢ়িবলৈ সময়কে নেপালো।" স্কুললৈ নতুন শিক্ষক এজন আহিছে। অংক আৰু বিজ্ঞানৰ শিক্ষক । মিনুৱে ভালদৰে লক্ষ্য কৰিছে, ডেকা শিক্ষকজন অহাৰে পৰা জবা যেন বৰ সঙ্কুচিত হৈ পৰিছে। বহুদিন সুধিও তাই জবাৰপৰা উত্তৰ উলিয়াব পৰা নাই। সেইটো 'পিৰিয়ড'ত স্কুলৰ মুকলি বননিত পি.টি. চলিছিল। মিনুৱে শাৰীৰিক অসতাৰ বাবে ব্যায়াম কৰিব নোৱাৰে বুলি ক'লে। বহল ক্লাছটোত তাই অকলে বহি আছিল। এবাৰ কি জানো মন গ'ল তাই জবাৰ পাটিগণিতখন মেলি চালে। দেখিলে এখন নীলা খামৰ চিঠি। চিঠিখন উলিয়াই চালে। কথাবোৰ পঢ়ি অবাক হোৱাৰ লগে লগে তাইৰ অলপ ভাল লাগিল। অলপ লাজো লাগিল। নজনা কথা এটা নতুনকৈ জানি তাইৰ কিবা লাগি গ'ল। চিঠিখন ডেকা শিক্ষক সুনীল ভাগৱতীয়ে জবালৈ দিয়া চিঠি। বহুত কিবা কিবি গভীৰ কথা লিখিছে। মিনুৰ চিঠিখন পঢ়ি ভাল লগা অথচ বুজি নোপোৱা এটা জটিল কবিতা যেন লাগিল। ফিজিকেল ট্ৰেইনিঙৰ ক্লাছৰ শেষত মিনুৱে জবাৰ লগত এটাও কথা নেপাতিলে। মিনুৱে নিজৰ কথা নিবিড়ভাৱে ভাবিছিল। তাই এইয়া নৱম শ্ৰেণী পালেহি। তথাপিও এইদৰে আজিলৈকে নীলা ভালপোৱাৰ উমেৰে উপচি অহা এখন চিঠি তাই কাৰোৰে পৰা পোৱা নাই। মিনুৰ নিজকে বৰ অভাগী যেন লাগিল। কাৰোবালৈ এখন দীঘল চিঠি লিখিবৰ মন গ'ল। মনৰ কোণত পুঞ্জীভূত হৈ থকা এপিয়লা ৰঙা মৰম যেন তাই এইমাত্ৰই কোনোবা এজন অচিন ৰূপহ ব্যক্তিলৈ পঠাই দিব। নিশা পঢ়িবলৈ বহি মিনুৱে পঢ়িব নোৱাৰিলে। মূৰত তেতিয়া অনেক ভাৱনাৰ ঘূৰ্ণি বতাহ। সুনীল ছাৰে জবালৈ লিখা চিঠিখনৰ কথাবোৰে আহি তাইৰ কাণত গুণগুণাইছেহি। তাইৰ একদম

ভাল লগা নাই। নাই—, তাই আৰু ৰঙা-নীলা শাৰীবোৰ কেতিয়াও নিপিন্ধে। চুলিখিনি বিবিধ ধৰণত আৰু নেবান্ধে। এডলীয়া বেণী গুঠিব। জিকা শিৰ যেন ইস্ত্রিৰ এখন মুগাৰ মেখেলা, নহ'লে মাখন বৰণীয়া পাটৰ মেখেলা আৰু গাখীৰৰ নিচিনা বগা কপাহী চাদৰ পিন্ধিব। মিনুৰ হঠাতে জবা ববৰবা হৈ যাবৰ মন গ'ল। ৰিঙা মনৰ ৰিক্ততা খিনি কোনোবা এজন যুবকৰ একাঁজলি মৰমে পূৰাই দিব। তাই চিঠি পাব। তাই চিঠি দিব। বহুত চিঠি। মিনুৱে শুনিলে, কাষৰ কোঠাটোত আইতাই মাক্ক কৈছে, "মিনুজনীৰ দৰা বিচাৰিবৰ হ'ল। এতিয়াৰে পৰা খা-খবৰ নকৰিলে ছোৱালী ঘৰতে বুঢ়ী হ'ব।" আইতাৰ ওপৰত মিনুৰ খং উঠি গ'ল। এই বুঢ়ী আইতাজনীৰ ইমান যে বুঢ়া বুঢ়া কথা। তাই ঘৰত থাকিলে আইতাৰ খুব ক্ষতি হয়?

তিনি মাহৰ পিছতে ডেকা শিক্ষক সুনীল ভাগৱতীয়ে স্কুল এৰি গ'ল। কিবা পৰীক্ষা দিছিল হেনো। এতিয়া ভাল কাম পাইছে। নওঠা গছত কুঁহিপাত ওলায়। কেঁচা পাত পকে। তাৰ পিছত বোধহয় সৰি যায়। কাৰো কথা নুশুনি সময়ৰ যঁতৰটো একেলেথাৰিয়ে ঘূৰে। দশম শ্ৰেণী পাই মিনুৰ নিজকে ওখ শ্ৰেণীৰ ছাত্ৰী যেন লাগে। স্কুলৰ অকণি সাম্রাজ্যখনৰ সিহঁতেই যেন সম্রাজ্ঞী। নিম্ন শ্ৰেণীৰ ছাত্ৰীবোৰৰ বাইদেউ সম্বোধনটো বৰ মিঠা লাগে। মিনুৱে দেখে জবাজনী দিনে দিনে বৰ গহীন হৈ গৈছে। কাৰণটো সুধিলেতো একো নকয়। নিৰ্বিকাৰ হৈ কিবা কিবি ভাবি থাকে। কি কথা ভাবে কোনে ক'ব। মিনুৱে মনে মনে জবাৰ অনুপস্থিতিত তাইৰ কিতাপৰ পাতবোৰ উদঙাই চায়। ওহোঁ, নীলা খামৰ চিঠি আৰু নাই।

আইতাৰ একেবোৰ কথা শুনি শুনি মাইহঁতে মত দিবলৈ বাধ্য হৈছে। তাই কলেজৰ মুখ দেখিব নোৱাৰে। আইতাই কয়, " ইঁচকুল পাছ কৰিলেই হ'ল। কলেজত পঢ়িনো আমাৰ ছোৱালী কি 'মুন্সিপ'টো হ'বগৈ?" মিনুৰ মনটো বেয়া লাগি যায়। তাইৰ কথা কোনেও গুৰুত্ব নিদিয়ে। আইতাই জীয়াই থাকোতেই তাইক এঘৰৰ বোৱাৰীস্বৰূপে চাই যাবলৈ বিচাৰে। আইতাক ঘৰখনৰ একচ্ছত্ৰী ক্ষমতা দিয়াৰ বাবে মিনুৰ মাজে মাজে দেউতাকৰ ওপৰতো খং উঠে। উদাস দৃষ্টিৰে তাই খিৰিকীৰে বাহিৰলৈ চাই থাকে। অদূৰৰ ছোৱালী কলেজটোৰ প্ৰাঙ্গণত চিনাকি পখিলা কিছুমানে বেডমিন্টন খেলে। অপলক নয়নে তাই চাই থাকে। পাতল বতাহজাক বৈ যায়। ঘৰৰ একাষত থকা শিমলু জোপা ফুলিছে। কেৱল ফুলেৰে জাতিষ্কাৰ হৈ থকা পল্লৱহীন গছজোপাত এজাক চৰায়ে ফুলবোৰৰ মাজে মাজে নাচি নাচি খেলিছে। সিহঁত ইমান মুকলিমূৰীয়া। কিন্তু মই, মই ঘৰখনৰ একেজনী ছোৱালী। একমাত্ৰ কন্যা হৈয়ো মোৰ এই ঘৰখনত অকণো অধিকাৰ নাই। মই যাবগৈ' লাগিব। কাৰোবাৰ ঘৰ শুৱনি কৰিবগৈ লাগিব। ইচ্ছাৰ বিৰুদ্ধে অলেখ কিবাকিবি কৰিব লাগিব। হয়তো.....

হয়তো.... ময়ো.......... এদিন মা হৈ যাম। তাৰ পিছত এদিন আইতা হ'ম। ওহোঁ, মই আইতা কেতিয়াও নহওঁ। এই আইতাবোৰ বিপদজনক বস্তু। ইহঁতে নিজৰ কামনা পূৰাবলৈ নাতিনীৰ স্বাধীনতা কাঢ়ি নিয়ে। মই মা নহওঁ। মই এক্কোকে নহওঁ। মই মিনু হৈ থাকিম। অকল মিনু....

মিনুৱে মনে মনে কান্দিছিল। আজি তাইক চাবলৈ কোনোবা এজন আহিব। ওখ চৰকাৰী বিষয়া। দেউতাই কৈছে, দেখিবলৈ হেনো বেচ সুন্দৰ। আবেলি বেলিকা আইতাই ক'লে, "মিনু আই বুটা বছা যোৰা পিন্ধিবি। তেল অকণ সানি মূৰটো শুৱনিকৈ ফণিয়াবি। পাউডাৰগুৰি বৰকৈ নেসানিবি।" মিনুৱে তেল, পাউডাৰ একো ঘঁহা নাছিল। টানি টানি এডলীয়া বেণী এডাল গুঠিছিল। পিন্ধি থকা সাজটো তাই নসলালে। মনৰ মাজত মহাসমৰখন লৈ মনে মনে তাই বহি আছিল। সন্ধিয়া পৰত নিৰ্দিষ্ট ব্যক্তিৰ সৈতে দুগৰাকী মহিলা আহিল। মহিলা দুগৰাকীক ভিতৰলৈ লৈ গ'ল। আপ্যায়ন চলিল। মহিলা দুগৰাকীৰ লগতে মিনুৱে বিশেষ একো কথা পতা নাছিল। ড্ৰইং ৰূমত অপেক্ষাৰত চৰকাৰী ওখ বিষয়াজনৰ লগতো দেখা সাক্ষাতো কৰা নাছিল। নিজৰ কোঠাৰ বিছনাৰ একোণত নীৰৱে বহি আছিল। খোলা খিৰিকীৰে চাই আছিল শিমলু জোপাৰ চনকা ডালত খেলি থকা চৰাইজাকলৈ। কোঠালৈ দেউতা সোমাই আহিল। একো আপত্তি নুশুনি দেউতাই তাইক ড্ৰইং ৰূমলৈ লৈ গ'ল। ৰূপহ ব্যক্তিৰ সৈতে পৰিচয় কৰি দিলে। মিনু চমকি উঠিল। কিবা ক'বলৈ গৈ তাই একো ক'ব নোৱাৰা হ'ল। এইয়া যে, এইয়া যে সুনীল ভাগৱতী। মাৰ লগত মহিলা দুগৰাকীও ড্ৰইং ৰূমলৈ আহিল। পিছে পিছে আইতা। নাই, নাই, সুনীল ছাৰক তাই কেতিয়াও বিয়া কৰাব নোৱাৰে। বিশ্বাসঘাতক ক'ৰবাৰ। জীৱনক লৈ খেলা কৰিবলৈ আহিছে। এই মাত্ৰই তাই সুনীল ছাৰক অপমান কৰি দিব। ইমান আস্পৰ্দ্ধা!....... বেচেৰী জবা। মই তোৰ প্ৰতি অন্যায় কৰিব নোৱাৰো জবা। মই পাষাণী হৈ যোৱা নাই। আদহীয়া মানুহগৰাকীয়ে ক'লে, "তেনেহ'লে আঙঠিটো পিন্ধাই যাওঁ আৰু।"

দেউতা, মা আইতাই প্ৰস্তাৱটো সমৰ্থন কৰিলে। উস্! তাই আঙঠি পিন্ধিব নোৱাৰে। আইতাহঁতৰ ষড়যন্ত্ৰত তাই আত্মদান কৰিব নোৱাৰে। আদহীয়া মানুহ-গৰাকীয়ে মিনুৰ হাতখন কোলাত তুলি ল'লে। এই মানুহ গৰাকীয়ে কি কৰিব খুজিছে? তাইতো বিয়া নকৰায়। মানুহ-গৰাকীয়ে চকমকীয়া আঙঠি এটা উলিয়ালে। আঙঠিটো তাই পেলাই দিব। আঙঠি পিন্ধাবলৈ আহিছে। মূৰ্খবোৰ! মিনুক খুব সহজ বুলি ভাবিছে। আৰু সুনীল ছাৰক চোৱাচোন, কেনেকৈ চাইছে! নিলাজ! জাকজমক বাখৰ খটোৱা আঙঠিটো ধীৰে ধীৰে মিনুৰ আঙুলিলৈ সোমাই আহিল। শিমলু গছজোপাত তেতিয়া সৰু সৰু চৰাইবোৰে কিচিৰ-মিচিৰ কৰিছিল। ❑

# অতুলানন্দ গোস্বামী

## কীটাণু নাশ

আলহী-দুলহি আৰু দুই-চাৰিঘৰ সম্বন্ধীয় মানুহৰ বাবেহে যদি বিয়াঘৰ যেন লাগে। নহ'লে ঘৰৰ মানুহ নাই বুলিলেও হয়। আজি কইনা আহিছে বুলি কামবন কৰি সহায় কৰি দিয়া বন্ধু-বান্ধৱ সকলৰ বাহিৰেও আন জন নিমন্ত্ৰিত আলহীৰ সতে হাঁহি মাতি এসাজ খোৱাৰ কথা', তাৰে আয়োজন চলিছে।

দৰাৰ একান্ত বন্ধু দুজনমানে কইনা চাব খুজি ভিতৰ ফালে কোঠা এটাত সোমাই এখন্তেক আড্ডা মাৰি আছে। এজন নলীন বৰুৱা, অধ্যাপক। বৰ গহীন মানুহ। তথাপি মাজে মাজে একো একোটা সৰু মন্তব্য দি ওচৰৰ মানুহ সকলোকে পেটৰ নাৰী ডাল ডাল হোৱাকৈ হহুঁৱাব পাৰে। এজন অৱনী চলিহা, ব্যৱসায় কৰে। ব্যস্ত মানুহ। সেইবাবেই হ'বলা কইনাজনী সোনকালে মতাই অনাব লাগে বুলি সঁকিয়াই আছে। আনজন ডাক্তৰ বৰ্মন। আন এখন জিলাৰ পৰা আহি যদি প্ৰবাসী হ'ব পাৰে ডাক্তৰ প্ৰবাসী। প্ৰাইভেট প্ৰেক্‌টিছ কৰে। ভলভলীয়া মানুহ। সুবিধা পালে চিঞৰ বাখৰ কৰি ভাল পায়। কাৰো আগতে কথা কওঁতে বাচ-বিচাৰ নকৰে। কেতিয়াবা ক'ব লগা কথাযাৰ গানৰ সুৰত কৈ দিয়ে।

ডাক্তৰেই দৰা বিমানক ছেগ চাই জোকাই আছে। বিমানে ওচৰত বহিবলৈ তেনেকৈ সময় পোৱা নাই। মাজে মাজে ভিতৰতো ভুমুকি একোটা মাৰিব লগা হৈছে। কইনাক চৰবৎ বা তামোল কিবা এটা লৈ কোঠালৈ লৈ আহিবলৈ কাৰোবাক এবাৰ কৈ আহিছিল। ডাক্তৰে চল চাই কৈছিল "মোৰ সন্দেহ হৈছে বুইছ বিমান, তই শহুৰেৰ ঘৰত তোৰ মেট্ৰিক চাৰ্টিফিকেটৰ বয়সটো দিছিলি নেকি! নহ'লে ইমান বয়সত তোলৈ ছোৱালী দিওঁতা ওলাব নালাগিছিল—।"

"বয়সৰ বিচাৰ ওলালে আকৌ আপোনাৰ দৰে ডাক্তৰৰ ওপৰতহে নিৰ্ভৰ কৰিব লাগিব, তাতকৈ চাৰ্টিফিকেটেই ভাল, নহয় জানো, চলিহা?" এইবাৰ অধ্যাপক বৰুৱাৰ কথা। চলিহাই কথাটোৰ ঢাল বুজিব নোৱাৰি মনে মনে থাকিল।

"মই নিজে দৰাৰ লগত গৈ বা এনেয়েও ছোৱালীৰ দেউতাকক লগ পোৱাহেঁতেন অৱশ্যে গণ্ডগোল এটা লগাব পাৰিলোঁহেঁতেন! পিছে, ভাবিলো বিমানৰ ডিঙিত ৰছী এডালৰ একান্ত প্ৰয়োজন হৈছে। হাজাৰ হওক, ডাক্তৰ বাবে বিমানক এতিয়া কি লাগে বা লগাটো কিমান জৰুৰী বুজোতো।"

"বাৰু হৈছে থ এতিয়া। মই চৰবতকে আনিবলৈ কৈছোঁ। নে তহঁতে কোনোবাই চাহো খাবি?"

"এ দৰাই লাজ পাইছে হ'বলা। হেৰ' ল'ৰাই বয়স লুকাব নালাগে। সেইটো সিপক্ষৰহে কৰ্তব্য। আনক দে, চৰবতকে আনক। তাকে সোনকাল কৰিবলৈ দে।"

"আহিছেই হ'বলা।"

পৰ্দাৰ সিপাৰেই কইনাক লগত লৈ দুজনীমান ছোৱালী এখন্তেক থমকি ৰোৱাটো গম পোৱা গ'ল। বিমানে মাত লগালে, "আহাঁ, সোমাই আহাঁ ৰিনি—" ন-কইনাৰ অকণমান থোতা-মোজা লাগিল। হাতৰ ট্ৰেখনৰ গিলাছকেইটা এবাৰ অকণমান জোকাৰ খাই উঠিল। হাতৰ খাৰুবোৰৰ পৰা এটা সৰু মিঠা মাত ওলাল। পৰ্দাখন লগ্নৰ এজনীয়ে দাঙি ধৰিলে।

ডাক্তৰে মাত লগালে, "কইনাৰ নামটো তেনেহ'লে ৰিনি? বাঃ, ধুনীয়া নাম। ঠিক— ৰিনি ৰিনি বাজে কাৰ কিং—"

ধুনীয়া ৰঙা পাটৰ সাজ। গুণাৰ পাৰিবোৰ তিৰ্বিবিৰাই আছে। কপালৰ ফোটটো ট-ট কৈ জিলিকিছে। হাতত এযোটা খাৰু। মুখখন, দৰাৰ বন্ধু সমাজলৈ সোমাই অহাৰ লাজত এখাপ বেছিকৈ ৰঙা পৰিছে। চকু দুটা আধা খোলা। আন এজনী ছোৱালীয়ে বাউসীত ধৰি আছে। কইনাই হাতৰ ট্ৰেখন আধা ইঞ্চিমান আগবঢ়াই থিয় হৈ আছে।

এনেয়ে নতুন কইনা অপৰূপা হৈ থাকে। তেনেকৈ সৰু থুপ এটালৈ সোমাই আহিলে মাত-হৰাটো ডাঙৰ কথা নহয়। ডাক্তৰৰ গানৰ সুৰ ৰৈ গ'ল।

তাতে শেষ।

ৰিনিৰো চকু দুটা এটা মুহূৰ্তলৈ মেল খায়েই জাপ গ'ল। ডাক্তৰৰ মুখৰ "কিঙ্কিণী"ৰ 'কিং' আগতে ওলাইছিল। এইবাৰ কেৱল 'কি' টো ওলাই স্তব্ধ হৈ গ'ল। ৰিনিৰ ট্ৰেখন বেছিকৈ কঁপি উঠিল। নিমিষতে গালৰ ৰংবোৰ লুকাই গ'ল। কপালত অকণ অকণ ঘামৰ টোপাল কেইটামান ওলাল। কোনেও কি হৈছে বুজাৰ আগতে পিছফালে অকণমান হালি পৰিল। বিমানে জাপ মাৰি ওচৰ চাপি ট্ৰেখন নিজৰ হাতলৈ তুলি ললে।

এটা পচাৰ মাত্ৰ সময়। ডাক্তৰৰ চকুৰে মুখে কেৱল "কি"টোহে ফুটি উঠিছে। চলিহা আৰু বৰুৱাই একো নুবুজি ভেবাৰ দৰে চাই আছে। ৰিনিয়ে অফুটে কাষৰ

ছোৱালীজনীক কিবা এটা ক'লে। দুয়ো ধৰি ৰিনিক ভিতৰলৈ লৈ গ'ল। তেওঁলোকে আন কথা ভাবিবলৈ সময় নোপোৱা বাবে ধৰি ললে দিনটোৰ ভাগৰৰ বাবেই কইনাৰ নিশ্চয় মূৰ ঘূৰাইছে।

বন্ধু কেইজন আকৌ অকলশৰীয়া হোৱাৰ লগে লগে বিমানৰো বৰ হেঁপাহেৰে ভাবিবৰ মন গ'ল কইনাৰ সঁচাকৈয়ে ভাগৰতে মূৰ ঘূৰাইছে। পিছে নোৱাৰিলে। ডাক্তৰ বৰ্মনৰ মুখখন দেখি সেইদৰে ভাবিব নোৱাৰিলে। আন দুজনেও নিশ্চয় বেলেগ কথাকে ভাবিছে!

কিন্তু কি হ'ব পাৰে?

"ডাক্তৰ?" এষাৰ মাত। কিন্তু তাতে যেন এখন মহাভাৰত সোমাই আছে। মাতষাৰত থকা বিস্ফোৰণ শক্তিৰ উমান পায়েই যেন ডাক্তৰে চক খাই উঠিল। আৰু, প্ৰশ্নটো আন কথাৰে বিস্ফোৰিত হোৱাৰ আগতে অকামিলা কৰাৰ প্ৰয়াসেৰে খপজপকৈ কৈ পেলালে— "কি? কি হ'ল? মানে, মানে, কইনা ভিতৰলৈ গুচি গ'ল দেখোন—?"

ডাক্তৰৰ কথা শেষ হোবাৰ আগতে ভিতৰৰ পৰা বিমানৰ খুৰী সম্পৰ্কীয় মানুহ এগৰাকী ওলাই আহি অলপ উধাতু খোৱাৰ দৰে হৈ সুধিলে, "ইয়াত ডাক্তৰ কোন আছেনো? আহকচোন অকণমান ভিতৰলৈ, ছোৱালীজনীয়ে দেখোন কেনেখন কৰিছে।"

ডাক্তৰ বৰ্মন ঘপহকৈ থিয় হ'ল। লগে লগে আকৌ বহি দিলে। ক'লে, "মইতো লগত একো অনা নাই। মূৰ ঘূৰাইছে চাগৈ বেচেৰীৰ। অলপ নিতাল মাৰি শুই থাকিবলৈ দিয়ক। লাগিলে মূৰত অলপ পানী মাৰি দিব।" এইবুলি কৈ ডাক্তৰ আকৌ উঠিল। বিমানলৈ চাই কিবা এটা ক'ব খুজি ৰৈ গ'ল। বিমানৰ চকু দুটা তিৰবিৰকৈ জ্বলি উঠা যেন লাগিল। অপলক দৃষ্টিৰে সি ডাক্তৰৰ মুখলৈকে চাই আছে। সেইদৰে চালেই যেন বহুতো প্ৰশ্নৰ উত্তৰ দেখা পাব! ডাক্তৰ অলপ নাৰ্ভাচ হ'ল। এটা পলকলৈ। আকৌ চম্ভালি ললে। "মই ঘৰৰপৰা দুটামান দৰব পঠাই দিও গৈ, বুইছ বিমান।"

"তই ঘূৰি নাহ নেকি?" বিমানে সুধিলে। প্ৰশ্নটো কিন্তু কাণত বাজি যোৱাকৈ কৰ্কশ।

"আ, আহিম, নাহিম কিয়?" ডাক্তৰে যে আঁসে মাতিছে বুজাত অলপো সন্দেহ নাথাকিল কাৰো।

"ব'ল। ময়ো যাওঁ। ময়ে লৈ আহিমগৈ।" বিমানো ওলাল।

"নাই, তই যাব লাগিছে কিয়! তই থাক—!"

বিমানে ডাক্তৰৰ কথালৈ কাণ নিদিলে। ভিতৰলৈ সোমাই যোৱা খুৰীয়েকক চিএৰি মাতি খাবৰ হ'লে বৈ নাথাকিবলৈ দঢ়াই কৈ বাহিৰলৈ খোজ ললে।

০ ০ ০

বিমান যেতিয়া ঘূৰি আহিল ঘৰখনত তেতিয়া মাজ-নিশাৰ নিস্তব্ধতা। আচলতে নিশা সিমান গভীৰ হোৱা নাছিল। নতুন কইনাৰ মূৰ ঘূৰণি, বিমানৰ দৰব আনিবলৈ গৈ ইমান পলমকৰা, অন্তৰঙ্গ বন্ধুকেইজন ভাত খাবলৈ ঘূৰি নহা আদি কথাবোৰ অন্তঃস্ৰোতৰ দৰে ঠাৰ চিয়াঁৰৰ মাজেৰে সকলোৰে মনলৈ গ'ল। ফলত ৰন্ধা ভাত সৰহ হ'ল। মাছ থাকি গ'ল। খুৰীৰ খোৱা নহ'ল। কইনাৰ লগত অহা সম্পৰ্কীয় বায়েক গৰাকীৰো খোৱা নহ'ল। আৰু বয়সীয়া যি সকলে খাইছিল প্ৰায় সকলোৰে প্ৰথমতে বাঢ়ি দিয়া খিনিৰেই ভোক গুচিছিল।

ঘৰ সোমায়েই বিমানৰ মনত খেলালে, কইনাঘৰীয়া যি তিনি চাৰি গৰাকী মানুহ আহিছিল এজনো ৰিনিৰ একেবাৰে আপোন নহয়। লগা ভগা। সম্বন্ধীয়াহে।

বাহিৰৰ কোঠাতে অলপ সময় বৈ বিমানে নীৰৱতাৰ প্ৰভাৱটো উপলব্ধি কৰিবলৈ চেষ্টা কৰিলে।

ৰিনিয়ে গম পাইছল বিমান ঘূৰি আহিছে। আকৌ এবাৰ তেওঁৰ মূৰটো ঘূৰাই যোৱা যেন লাগিল। মন গ'ল, পাৰিলে কোছ খাই বিছনাৰ তুলিৰ মাজলৈ সোমাই যাবৰ। ওচৰত বিছনী এখন লৈ বহি থকা বায়েকৰ বুকুখনো এবাৰ কঁপি উঠিল।

বিমান সোমাই আহিল। লাহেকৈ হাঁহি এটা মাৰিবৰ চেষ্টা কৰি ৰিনিৰ বায়েকলৈ চাই সুধিলে, "ভাত খালে আপোনালোকে?"

বায়েকে "হ'ল, আমাৰ সকলোৰে হৈ গ'ল। আপুনিহে বৰ দেৰী কৰিলে দেখোন। ৰ'ব, মই খবৰ কৰাওঁ—।" বুলি উঠি যাবলৈ ওলাল।

"নাই নালাগে ৰ'ব। মোৰ হ'ব বাৰু। এওঁৰ টোপনি আহিছে বোধকৰোঁ। আপুনি কাষতে থাকক। মই বাহিৰতে ব্যৱস্থা কৰিম।" এই বুলি কৈয়ে বায়েকক একো কোৱাৰ সুবিধা নিদি বিমান ওলাই গ'ল।

কোনেও সেই বিষয়ে আৰু মাত মতাৰ আৱশ্যক বোধ নকৰিলে। পিছ দিনা গোটেইবোৰ যেন আগৰদৰেই সহজ হৈ গ'ল। আলহীবোৰ ঘৰা-ঘৰি গুচি গ'ল। কইনাঘৰীয়া মানুহ সকলো গ'লগৈ। ঘৰখনত সদায় থকা দুই তিনিটা প্ৰাণীয়ে চেষ্টা কৰিলে দুদিনৰ আগতে ঘৰখনত এটা উছৱ হৈ যোৱা কথাটো পাহৰি যাবলৈ।

ৰাতি কোঠালৈ সোমাই আহি বিমানে প্ৰথমতে ৰিনিক ক'লে অযথা সঙ্কোচ নকৰিবলৈ। ৰিনিৰ বুকুখন শুদা হৈ যোৱা যেন লাগিল। কপালত ঘামৰ টোপাল দেখা গ'ল। ওঁঠ দুটা শুকাই গ'ল। ডিঙিটো খচখচাবলৈ ধৰিলে। এবাৰ মনতে ভাবিলে

বিমানৰ ভৰি দুটাত ধৰি উবুৰি খাই পৰিব। কিন্তু কিবা এটা আতঙ্কই ভৰি দুটা মাটিৰ লগত শালি ধৰিলে। লৰচৰ কৰিব নোৱাৰিলে।

"কিন্তু মই ভাবি পাৰ পোৱা নাই, তোমালোকৰ বিয়া নহ'ল কিয়? কিন্তু তুমি বিয়া কৰাম বুলি জোৰকৈ নধৰিলা কিয়?" বিমানে সুধিলে ৰিনিক। ৰিনিয়ে বহুত সময় একো মাতিব নোৱাৰিলে। বিমানে আকৌ সুধিলে এবাৰ— "কিয়, দেউতাৰাক স্পষ্টকৈ ক'ব নোৱাৰিলাহঁক?"

"দেউতাহঁতে নামানিলে। আৰু অস্ফুট মাতেৰে ক'লে ৰিনিয়ে।

"আৰু কি?" বিমানে সুধিলে।

"অপুদাই পিছ হুহঁকি দিলে।" এইবাৰো ৰিনিৰ মাতষাৰ কথমপিহে শুনিছিল বিমানে।

"অ'—" বুলি বিমানো নীৰৱ হ'ল কিছু সময়।

দুয়ো থিয় হৈয়ে থাকিল। ৰিনিৰ আঁঠুদুটা বৈ বৈ কঁপি উঠিছে। বিমান তললৈ মূৰ কৰি থকা ৰিনিৰ ওৰণীৰে ঢকা মূৰটোলৈ চাই আছে একেথৰে। প্ৰায় পাঁচ মিনিটমানৰ মূৰত বিমানে সুধিলে— "এতিয়াও তোমাৰ মন আছে নেকি বাৰু? এতিয়া? মই যদি বিয়াৰ ব্যৱস্থা কৰোঁ?"

ৰিনি অবাক! কি কয় বিমানে এইবোৰ? আচৰিত হৈ মূৰ দাঙি চালে বিমানৰ মুখলৈ ৰিনিয়ে। মুখখন চাই প্ৰশ্নটোৰ কিবা অৰ্থ ওলায় নেকি বুজিবৰ চেষ্টা কৰিলে। মুখেৰে কিন্তু নামাতিলে একো।

"সঁচা। মই ধেমালি কৰা নাই। মই ব্যৱস্থা কৰি তোমালোকৰ বিয়া পাতি দিম। মোৰ খৰচত। তুমি এতিয়াই একো ক'ব নালাগে। তুমি মত দিয়াৰ আগতে মই সিফালৰ মতটোও জানি লওঁ। মোলৈ তুমি একো ভাবিব নালাগে।"

ৰিনিয়ে কিবা এটা ক'ব খুজিও বৈ গ'ল। মনতে নানা কথা জুকিয়াই থৈছিল। মুখ ফুটাই ক'ব নোৱাৰিলে একো। ডাঙৰকৈ চকু দুটা মেলি চাই থাকোতেই বিমান ওলাই গ'ল কোঠাৰ পৰা। অকলশৰীয়া হোৱাৰ লগে লগে ৰিনিৰ মূৰটো আচন্দ্ৰাই কৰা যেন লাগিল আকৌ।

দুদিন বৰ ব্যস্ত থাকিল বিমান। সেইবুলি খোৱাবোৱা খতি কৰা নাই। মাজতে এবাৰ ৰিনিকো কিবা অসুবিধা পালে ক'বলৈ ক'লে। ৰাতি অকলে শুবলৈ ভয় লাগিলে কাম কৰা ছোৱালীজনীৰ বিছনাখন কোঠাৰ মাটিত পৰাই লবলৈ ক'লে। ৰিনিয়ে পিছে নোৱাৰিলে। ছোৱালীজনী কোঠালৈ মতা মানে যেন ঢোল কোবাই জনাই দিয়া যে নতুন কইনা ৰিনি আৰু দৰা বিমান বিয়াৰ পৰাই আঁতৰি আছে। হয়তো জানিছেই সকলোৱে। সেইবুলি ৰিনিয়ে নিজে কথাটো সদৰি কৰিবলৈ সাহ কৰিব নোৱাৰিলে।

সেইদিনা বোধকৰোঁ তৃতীয় দিন। আবেলি বিমানে ৰিনিক কোঠালৈ মাতি আনি হাতত ডাঙৰ ঠাহ খোৱা লেফেফা এটা দি ক'লে, "এইটো তোমাৰ হাততে ভালকৈ থৈ দিয়াছোন। অলপ দৰকাৰী কাগজ-পত্ৰ আছে। এতিয়া খুলিব নালাগে। ক'ম মই দৰকাৰ হ'লে।"

বিমানৰ ব্যৱহাৰত ৰিনি অবাক হৈ গ'ল। তেও বুলি সেইবোৰনো কিহৰ কাগজ সুধিব নোৱাৰিলে। নিজৰ ডাঙৰ চুটকেছটো খুলি নতুন বানাৰসী কাপোৰ এযোৰৰ জাপৰ মাজত সুমাই থ'লে।

তাৰ ঠিক পিছদিনা। পুৱাই ওলাই গৈ দহমান বজাত বিমান ঘূৰি আহিছে। লগত কোনোবা এজন আহিছে হেনো। বিমানে ভিতৰলৈ খবৰ দিছে দুকাপ চাহ পঠাই দিবলৈ। লগত খোৱা বস্তু থাকিলে কিবা এটা দিবলৈও কৈছে। ৰিনিয়ে চাহকাপ নিজে কৰিব খুজি ৰান্ধনী ঘৰলৈ সোমাই গ'ল।

বাহিৰৰ কোঠাতে বহিছে বিমানহঁত। আলহী বিমানতকৈ বয়সত সৰু। চোফাতে বহিছে যদিও আৰামকৈ আউজি বহা নাই। মেজৰ ওপৰত পৰি থকা কাগজখনৰ খেলাধূলাৰ পৃষ্ঠাটো ওলাই আছিল। তালৈকে চাই আছে তেওঁ।

বিমানে মাত দিলে, "চাওক দাস, আপোনাক মাতি আনিলোঁ, কাৰণ কেইটামান কথা মই আপোনাক ক'বই লাগিব।" অলপ ৰ'ল বিমান। দাসে বিমানৰ মুখলৈ চালে। মুখৰে নামাতিলে একো। বিমানে আকৌ ক'লে, "এক— ডাক্তৰ বৰ্মন মোৰ বন্ধু। বহুদিন এৰাএৰি হৈ আছিলোঁ হয়। তথাপি আমাৰ বন্ধুত্ব হেৰাই যোৱা নাছিল। সেইবাবেই সকলো কথা সি মোক বিতংকৈ বিবৰি ক'বলৈ বাধ্য হৈছিল।

"দুই— মই অলপ পলমকৈ বিয়া কৰালোঁ। মানে মোৰ অলপ বয়স হৈছে। সেইবাবে মোৰ বুদ্ধিও কিছু পৈণত হৈছে বুলি ধৰি লৈছোঁ। অন্ততঃ সিদ্ধান্ত লওঁতে মই লেহেম নকৰোঁ আৰু সৰহ কথা কোৱাতকৈ কাম কৰি ভাল পাওঁ।"

"তিনিত, মই ৰিনিৰ কথা ভাবিছোঁ। আপুনি ৰিনিহঁতৰ ঘৰখন জানেই যেতিয়া সেই বিষয়ে একো ক'বলৈ নাই। কিন্তু এটা কথা মন কৰিছেনে? এই কালিমাৰ কথা ভালকৈ ওলাই গ'লে তাৰ গোটেই ভাৰটো ৰিনিয়েই ব'ব লাগিব! আজীৱন! কাৰণ সেই শাস্তি সদায় ছোৱালীবোৰেই পায়।

"সেইবাবেই মই বিয়াৰ প্ৰস্তাৱ দিছোঁ। বিয়াৰ সকলো খৰছ মই দিম। অতি আনন্দেৰে মই নিজে ৰিনিক বিয়া দিম। এই বিষয়ে কিবা আইন কানুন আছে যদি থাকক। সেইবোৰ তল পৰিব। কিন্তু ৰিনিৰ জ্ঞাতে তেওঁৰ জীৱনলৈ অহা প্ৰথম পুৰুষ জন তেওঁৰ আজীৱন সঙ্গী হ'ব। সেইটো হ'লে মই নিজে ভাল পাম। মই ৰিনিৰ বাপেকৰ ঠাই ল'ব নোৱাৰোঁ, কিন্তু বিয়াৰ পিছত তেওঁ মোৰ ওপৰত নিৰ্ভৰশীল হোৱা

বাবেই, এইকেইদিনৰ বিবাহিত সম্পৰ্ক ছিঙি ৰিনিক ময়ে আকৌ বিয়া দিব খোজো। এতিয়া কওক, আপোনাৰ কি মত?"

"সেইটো এতিয়া কেনেকৈ সম্ভৱ হ'ব পাৰে? সকলোৱে জানিব ৰিনিৰ আপোনাৰ লগত বিয়া হৈ গ'ল। আনে বিয়া কৰোৱা ছোৱালী এজনী..........।"

"বিয়া কৰোৱা মানে আপুনি কি বুজে? এটা কথা অন্ততঃ আপুনি বিশ্বাস কৰক। ডাক্তৰ বৰ্মন, ৰিনি এইখন ঘৰলৈ আহিবৰ দিনাই আহিছিল। সেইদিনাই মই সকলো জানিলোঁ আৰু তেতিয়াৰ পৰাই আমি আঁতৰিয়েই থাকিলোঁ।"

"হ'লেও, এজনে বিয়া কৰোৱা ছোৱালী এজনী বিয়াৰ দহদিন নৌ হওঁতেই আৰু এজনে বিয়া কৰাম বুলি মত দিয়াতো অসম্ভৱ কথা! তাৰ উপৰি সমাজে কি বুলিব?"

"সমাজ? কেলেই সমাজক আঁৰ কৰি জানো ৰিনিৰ গৰ্ভপাত ঘটোৱা হোৱা নাছিল? গৰ্ভপাত হোৱাৰ আগৰ ঘটনাবোৰ জানো সমাজলৈ ভয় কৰি কৰা হৈছিল? তেতিয়া সমাজৰ কথা চিন্তা কৰা নহ'ল কিয়? আৰু তেতিয়া সেইবোৰ সম্ভৱ হৈছিল যেতিয়া, এতিয়া কেৱল বিয়াৰ লৌকিকতাখিনি কৰা বাবেই ৰিনি অস্পৃশ্যা হৈ গ'লনে? আৰু আজিকালি বিধবা বিবাহোতো হয়। ধৰক মই জানিবা মৰি গ'লোঁ। তেতিয়া? তেতিয়া হ'বনে কথাটো সম্ভৱ? লগতে যদি মই ৰিনিৰ নামত মোৰ সকলো সা-সম্পত্তি দি থৈ যাওঁ? কওকচোন হ'বনে, তেতিয়া?"

"আপুনি কিবা নোহোৱা নোপজা কথাবোৰ চিন্তা কৰিছে। ইংৰাজীত এবচাৰ্ড বুলি কথা এটা আছে। আপোনাৰ কথাবোৰো ঠিক এব্চাৰ্ড অসম্ভৱ।"

বিমান ঘপকৈ থিয় হ'ল। খিৰিকী এখনৰ ওচৰলৈ গৈ ৰ'ল। বাহিৰলৈ চাই চায়ে লাহে লাহে ক'লে, "ইংৰাজীত "স্কাম্" বুলি শব্দ এটা আছে। এছ্. চি. ইউ. এম্— স্কাম্। ইয়াৰ অসমীয়া প্ৰতিশব্দ আছেনে নাই নাজানো। আবৰ্জনা হ'ব পাৰে। বা কীট। মই ভাবোঁ আপোনাৰ দৰে ভাবিবপৰা মানুহবোৰ সমাজৰ কীট! স্কাম্! কিয়নো লুকাই চুৰকৈ এটা জীৱন ধ্বংস কৰি দিওঁতে এনে মনলৈ অকণো সঙ্কোচ নাহে। অথচ প্ৰকাশ্যে সুন্দৰকৈ সুস্থ ভাৱে সহজ প্ৰস্তাৱ এটাৰে সেই জীৱনটোক আলফুলকৈ প্ৰতিপাল কৰি মহীয়ান কৰি দিবলৈ দিয়া সুবিধাটোৰ কথা ওলাওঁতেই কাপুৰুষৰ দৰে চিন্তা কৰা হ'ল, ই অসম্ভৱ! ই অশ্লীল! ই সম্পূৰ্ণ সমাজ বিৰোধী........। অ' চাহ দিছে। চাহ খাওক দাস। মই অকণমান ভিতৰৰ পৰা আহোঁ।"

দাসে সুদা চাহ কাপহে খালে। মিঠাইকণ খাবৰ মন নগ'ল। কিন্তু ডিঙিটো শুকাই যোৱা যেন পাই চাহটোপা প্ৰায় একে সোহাই খাই পেলাব খুজিলে। নোৱাৰিলে। চাহকাপ বেছ গৰম। প্ৰথম সোহা মাৰি থৈ দি, মিঠাইৰ লগত দিয়া পানী গিলাছ খাই ললে।

অলপ পিছতে বিমান ভিতৰৰপৰা কোঠালৈ সোমাই আহিল। হাতত বন্দুক এটা। আগেয়ে থিয় হোৱা ঠাইলৈ গৈ মেজৰ ওপৰত থকা দাসে আধা খোৱা চাহখিনি দেখি ক'লে, "আপুনি একো নাখালে দেখোন, দাস। খাওক, চাহটো খাই পেলাওক। ময়ো খাই লওঁ" বুলি নিজৰ চাহকাপ তুলি লৈ দুটামান সোহা মাৰি থৈ দিলে। মিঠাই বিমানেও নাখালে। আকৌ বিমান সেই খিৰিকীখনৰ কাষলৈ গ'ল। বাহিৰলৈ চাই চাই ক'বলৈ ধৰিলে।

"আপোনাক কৈ একো লাভ নাই জানো। তথাপি আপুনিও জানি যাওক। মই যোৱা দুদিনত মোৰ ঘৰ-দুৱাৰ, মাটিবাৰীবোৰ ৰিনিৰ নামলৈ বদলি কৰি পেলালোঁ। বেঙ্কত কিছু টকা আছিল। গোটেইখিনিৰ চেক এখন কাটি ৰিনিক দি থৈছোঁ। ৰিনিয়ে চেকখন দেখা নাই। বন্ধ লেফাফা এটাত ভৰাই থৈছোঁ।

"মোৰ কি ধাৰণা জানে? ৰিনিক অযথা মোৰ লগত সাঙুৰি লোৱাতকৈ সুখী কৰিবৰ ইচ্ছাৰেই বিয়াৰ প্ৰস্তাৱ দিছিলোঁ। তেওঁৰ জীৱনটোৰ এটা মূল্য দিব খুজিছিলোঁ। কিন্তু নোৱাৰিলো। মই জানো মোৰ লগত থাকিলে, মোৰপৰা লুকাব নোৱাৰা সেই কালিমাই তেওঁক সদায়ে খুলি খুলি খাব। সেইবাবেই মই মোৰ পৰা আঁতৰ কৰি তেওঁৰ এসময়ৰ মনৰ মানুহজনক গতাই দিব খুজিছিলো। পিছে বুজিছোঁ মোৰ আঁচনি কাৰ্যকৰী নহ'ব। নহ'ব জানো বাবেই মই অস্বস্তি পাইছোঁ। কাৰণ এই 'নহ'ব' কথাটোত মোৰ মতে কিছু ভণ্ডামী আছে, ছলনা আছে, অসত্য আছে।

"সেই বাবেই মই স্থিৰ কৰিছোঁ। ৰিনি অকলেই থাকক। তেওঁ স্বচ্ছন্দে বাচি থকাৰ সমল দিব পৰা শক্তি মোৰ আছে। আৰু সেই লেফাফাত থকা এখন চিঠিৰে মই ডাক্তৰক অনুৰোধ কৰিছোঁ ৰিনিৰ, স্বাচ্ছন্দ্যৰ ব্যৱস্থাকণ যাতে তেওঁ কৰে। মোৰ বিশ্বাস ডাক্তৰ বৰ্মনে সেইটো অনুৰোধ ৰাখিব।

দাসে চামুচখনেৰে মিঠাই অকণমান তুলি লৈছিল। পিছে মুখলৈ নগৈ আদবাটতে ৰৈ গ'ল। তেওঁৰ পিঠিত চোলাটো তিতি লিপিট খাই লাগি ধৰিছে। বিমানৰ কথাৰ সুঁতিটোৰ একো উৱাদিহ নাপাই বেচেৰা বৰ বিপাঙত পৰিছে।

বিমানে কৈ গ'ল, "দেউতাই থৈ যোৱা এই বন্দুকটো মই কাহানিও ব্যৱহাৰ কৰিব লগা হোৱা নাছিল। সেই বুলি তাৰ যতন নোলোৱাকৈও মই থকা নাই। মাজে মাজে তেল তুল দি চাফা কৰি থওঁ। আজি ব্যৱহাৰ কৰোঁ দিয়ক।"

দাসৰ মুখত মাত হৰিল। চামুচেৰে স'তে হাতখন তেওঁ দাঙি ধৰা ভাগেই থৰ হৈ বিমানৰ চকুলৈ চাই থাকিল। বিমানে আকৌ ক'লে, "আপুনি বোধকৰোঁ ভাবিছে, মই আত্মহত্যা কৰিবলৈ ওলাইছোঁ। যদি ভাবিছে, ভুল কৰিছে। মই আপোনাক হত্যা কৰিম। অকণো বিচলিত নোহোৱাকৈ এয়া চাওক মই বন্দুক টোৱাই ধৰিব পাৰোঁ। আৰু আপুনি মনত পেলাওক কেনে কাপুৰুষ আপুনি।

ভিতৰত ৰিনিয়ে নিজেও খাবৰ মনেৰে চাহ একাপ হাতত লৈ শোৱা কোঠালৈ সোমাই গ'ল। ড্ৰেছিং টেবুল খনতে চাহকাপ থবলৈ লওঁতেই দেখিলে সৰু টুকুৰা কাগজ এখনত "মৰমৰ ৰিনি" বুলি লিখা চিঠি এখন পৰি আছে। আচৰিত হৈ তুলি চাই দেখে, বিমানে লিখা। লিখিছে— "তোমাৰ হাতত দিয়া লেফাফাটো এতিয়া খুলি চাব পাৰা। মই থানালৈ যাব লগা হ'ল। ঘূৰি আহোঁতে চৌধ্যৰ পৰা কুৰিবছৰ সময় লাগিব পাৰে। তেতিয়ালৈকে যদি বাট চাব পাৰা। ঘূৰি আহি তোমাক তিৰোতা হিচাপে গ্ৰহণ কৰিবলৈ মোৰ অকণো সঙ্কোচ নাথাকিব। ডাক্তৰ বৰ্মনে এসময়ত টকা লৈ তোমাক এটা বিপদৰ পৰা উদ্ধাৰ কৰিছিল। এতিয়া আমাৰ বন্ধুত্বৰ বাবেই তোমাক সহায় কৰিব বুলি মোৰ বিশ্বাস। তেওঁক চিঠিখন দেখুৱাবা।

"বাহিৰত তোমাৰ সেই অপুদা বহি আছে।"

ৰিনি থৰ হৈ গ'ল। অপুদা। থানা। চৌধ্য বছৰ। লেফাফা। গোটেই খেলি মেলি লাগি গ'ল। হাতৰ কাগজ টুকুৰা মাটিলৈ পেলাই দি লৰ মাৰি ওলাই যাব খুজিলে। পাৰিলে বিমানক আগভেটি ধৰিব। ধৰি সুধিব, তেওঁ কি কৰিব খুজিছে। দুৱাৰমুখ পায়েই পিছে গম পালে বিমানে কি কৰিব খুজিছে। বাহিৰৰ কোঠাত গুৰুম্‌কৈ বিকট শব্দ এটা হ'ল।

ৰিনি মুছকচ গৈ মাটিতে ঢলি পৰিল। □

# নিৰোদ চৌধুৰী

## বিগউল হাজৰিকা

আগকথা ঃ বিগউল হাজৰিকাৰ এই গল্পটো মোৰ বন্ধু পাৰ্থপ্ৰতিম বৰুৱাৰ মুখত শুনিছিলো। আজি ছমাহ ধৰি পাৰ্থপ্ৰতিম বৰুৱাই মোক আমনি দি আহিছে এই গল্পটো লিখিবলৈ। পাৰ্থপ্ৰতিম বৰুৱাই মোক কয় ঃ 'মিছা ছোৱালীৰ নাম দি কল্পনাৰ কাজল বোলাই গল্প লিখাৰ সাৰ্থকতা নাই। মোৰ কাহিনী শুনি তই বুজিবি আমাৰ জীৱনৰ যাত্ৰাপথতো কিহবাৰ প্ৰতিধ্বনি আছে।' উপায়হীন হৈ মই পাৰ্থপ্ৰতিম বৰুৱাৰ কাহিনী শুনিছিলোঁ আৰু শুনি শুনি মোৰ মনলৈ এটা ভাবেই আহিছিল-বিগউল হাজৰিকাক লৈ স্কেলো হয় কিন্তু গল্প কোনো দিনে নহয়, হ'ব নোৱাৰে। কিন্তু পাৰ্থপ্ৰতিম বৰুৱাই নুশুনে। তাৰ বিশ্বাস যে বিগউল হাজৰিকাক লৈ বেছ ভাল গল্প এটা হয়। বিগউল হাজৰিকাক লৈ গল্প কিয় নহয় সেইয়া পাৰ্থপ্ৰতিম বৰুৱাই কোৱা কথাখিনি ক'লেই বুজি পাব।

পাৰ্থপ্ৰতিম বৰুৱাই কৈ গৈছিল ঃ বিগউল হাজৰিকা মোৰ বাবে এটা বিস্ময়। মাত্ৰ এঘণ্টা পোন্ধৰ মিনিটৰ ব্যৱধান। তিনিঅনীয়া চাহৰ কাপ আৰু কেক এটা সমুখত লৈ হঠাতে অজানা কাৰণত ষ্টেছনৰ গতানুগতিক নিৰ্ধাৰিত সময়তকৈ এঘণ্টা পোন্ধৰ মিনিট লেট থকা উজনিমুৱা ট্ৰেইনখনৰ বাবে ৰৈ থাকোঁতে গুৱাহাটী ষ্টেছনৰ কেটাৰিঙত মোৰ বিপৰীত ফালৰ চকীত বহি থকা বিগউল হাজৰিকাক কিজানি আকৌ আঠ বছৰৰ মূৰত দেখা পাওঁ। অকলশৰে। সমুখত ধূমায়িত চাহৰ কাপ আৰু হাতত থকা ইংৰাজী আলোচনীখনৰ পাত লুটিয়াই থকা বিগউল হাজৰিকাক হঠাতে অভাৱনীয়ভাৱে দেখি মই বেছ আচৰিত হৈছিলো। কিয় ক'ব নোৱাৰো বিগউল হাজৰিকাক দেখিও মই নেদেখাৰ ভাও জুৰিলো। গৰম চাহৰ কাপটোৰ প্ৰতিটোপা চাহে মোৰ বাবে হিম যেন চেঁচাৰ নিচিনা অনুভৱ হৈছিল।

আঁৰ চকুৰে বিগউল হাজৰিকাই মোৰ মুখলৈয়ে চাইছিল। ইচ্ছা নকৰাকৈয়ে শূন্য চাহৰ কাপটো সমুখত লৈ মই উঠিব খুজিও উঠিব নোৱাৰিলো। ব্যস্তভাৱে সোমাই অহা বিগউল হাজৰিকাই যি খৰধৰকৈ চাহ একাপ দিবলৈ দিছিল (যেন এক মিনিট

সময়ৰ অভাৱত বহুত কিবা হেৰুৱাই পেলাব) সেই বিগউল হাজৰিকাইও আকৌ নতুন অৰ্ডাৰ দিলে। আচৰিত! হঠাতে আলোচনীখনৰে মুখ ঢাকি ললে বিগউল হাজৰিকাই। মোৰ সঙ্কোচ লাগিল। বৰ বেয়া ধৰণে কিজানি মই চাই আছিলো। কিন্তু.....হয়, আলোচনীৰ তলেৰে বিগউল হাজৰিকাই মোৰ মুখলৈয়ে চাইছে। চকুৱে চকুৱে পৰাত অপ্ৰস্তুত হৈ প্ৰয়োজন নেথাকিলেও বয়টোক মাতি আনি এচামুচ চেনি খুজিলো। বিগউল হাজৰিকাইও চেনি খুজিলে। একেসময়তে দুয়োৰে চামুচৰ শব্দই ধুনীয়া যন্ত্ৰসঙ্গীতৰ মূৰ্চ্ছনা এটি সৃষ্টি কৰিছিল!

চাহখোৱা শেষ হৈ গৈছিল। সিফালৰ চকীত বহি খৰকৈ আলোচনীৰ পাত লুটিয়াই থকা বিগউল হাজৰিকালৈ চাই চাই মোৰো মনৰ অক্ষয় স্মৃতিৰ এটি এটিকৈ পাত লুটি খালে। মৰা অতীতৰ স্মৃতি— শুধ জোনাক বুলীয়া স্মৃতি...এতিয়াৰ নহয়, বহু-বহুদিন আগৰ কথা—

.....কলেজৰ নিৰ্ধাৰিত পদ্ধতিত পনচল্লিশ মিনিটৰ অফ'ৰ সুযোগ লৈ নিজে এগ্ৰেচিভ হৈ বিগউল হাজৰিকাৰ সতে মোৰ পৰিচয় হোৱা নাছিল। ঘটনাটো চমু। বন্ধু মহলত কলেজৰ ছোৱালীৰ বিষয়ে আলোচনা হওঁতে বিগউল হাজৰিকাৰ বিষয়ে মই দিয়া ডেফিনেশ্যনটোৰ সহায়ত মোৰ সতে চিনাকি। মই কৈছিলো ঃ বিগউল হাজৰিকাৰ ৰূপ আছে সঁচা কিন্তু সেইয়া পুৰণি জোতাত দিয়া ৰঙৰ দৰে খন্তেকীয়া, পঢ়াত চোকা সন্দেহ নাই কিন্তু জ্ঞানৰ পৰিধি মুৰৰ বিষ এনাচিনে নিৰাময় কৰাৰ দৰে ক্ষণস্থায়ী। যিমান দিনলৈ কলেজত অবিবাহিত ডেকা অধ্যাপকৰ উজান আছে তেতিয়ালৈ বিগউল হাজৰিকাৰ দৰে ছোৱালী সদায় ব্ৰীলিয়েণ্ট!

ইয়াৰ ছদিন পিচত জৰ্জফিল্ডৰ মাজৰ আলিটোত মোক এদিন লগ পাই বিগউল হাজৰিকাই কৈছিল ঃ 'আপোনাৰ সতে মোৰ এটি কথা আছে'। তেতিয়াই কি কথা নকয় ইয়াৰ চাৰি দিন পিচত এদিন জোৰ কৰি মোক তেওঁলোকৰ ঘৰলৈ মাতি নি মোৰ কোনো অপ্ৰস্তুততা অথবা আড়ষ্টতালৈ লক্ষ্য নেৰাখি ঘৰৰ প্ৰতিজন মানুহৰ সতে পৰিচয় কৰাই, দি প্ৰচুৰ চাহ জলপানেৰে আপ্যায়িত কৰি প্ৰায় আঢ়ৈ ঘণ্টাৰ পিচত যেতিয়া সন্ধিয়াৰ ম্লান পোহৰৰ ৰেখাবোৰ চাই চাই মোৰ ওচৰে ওচৰে ভনীয়েক শঙ্খমালাৰ সতে আহিছিল, তেতিয়া খুব সৰু সৰু মাতেৰে বিগউল হাজৰিকাই মোক সুধিছিল ঃ 'মোক আপোনাৰ কিয় বেয়া লাগে?'

মই কি উত্তৰ দিছিলো মনত নাই। মাথোন মনত আছে তাৰ পিচত প্ৰায়েই বিগউল হাজৰিকাৰ সতে ঘূৰি ফুৰি, হোৱা নোহোৱাই বিগউল হাজৰিকাই লগ ধৰি শেষত মোক যিটো অৱস্থাত পেলালে তাৰ শেষ উপায় হ'ল— নিজকে অস্বীকাৰ কৰা। দীঘলী পুখুৰীৰ পাৰে পাৰে নামি অহা এন্ধাৰৰ আধা আলো আধা ছায়াভৰা

পানীত প্ৰতিফলিত হোৱা অস্বাভাৱিক অস্পষ্ট ঢউৰ জিলিকনিবোৰৰ ফালে চাই চাই বিগউল হাজৰিকা মোৰ বুকুৰ মাজত সোমাই পৰিছিল। অসংযতভাৱে সৰ্বশৰীৰ মোৰ হাতত এৰি দি বিগউল হাজৰিকাই চাইছিল মোৰ চকুলৈ। বন্ধু-বান্ধৱৰ সকলো উপহাস ককৰ্থনা উপেক্ষা কৰি বিগউল হাজৰিকাৰ সতে মোৰ ঘনিষ্ঠতা বাঢ়ি যায়। তীব্ৰ লেভেণ্ডাৰ মিহলি ত্ৰিভাজ বিশিষ্ট ৰুমালখন বুকুৰ উমৰ মাজৰ পৰা উলিয়াই মোৰ চকু দুটা মচি বিগউল হাজৰিকাই কয় ঃ তোমাৰ চকু দুটা অদ্ভুত ধুনীয়া, দি হ্ল ব্লান্ড ব্লুমচ ইন ইয়ৰ আইজ! নাইবা কোনো হেমন্তৰ আবেগমধুৰ মেঘালী সন্ধিয়া ৰেডিঅ'ত ভাহি অহা কোনো অনামিকাৰ কণ্ঠস্বৰ শুনি শুনি— 'এই গানৰ সুৰতকৈও বেছি মধুৰ তোমাৰ চকুৰ চাহনি, তোমাৰ চকু দুটিলৈ চাই চাই মোৰ কবিতাৰ স্তবক এটি মনত পৰি গল ঃ

"Drink to me only with thy eyes
or leave a kiss in the cup
And I will not look for wine."

ৰুলেজীয়া ডেওনা পাৰ হৈ ল পঢ়ি থাকোঁতে হঠাতে এদিন মই আৱিষ্কাৰ কৰিলো যে বিগউল হাজৰিকা নহ'লে মোৰ জীৱন নচলে। তাৰ পিচত কোনোবা এটা শনিবাৰৰ দিনত দুই বজাত মই বিগউল হাজৰিকাক কৈছিলোঁ ঃ 'তোমাক মই বিয়া কৰাম বিউ—! তুমি মোৰ—।' অদ্ভুত, এৰা অদ্ভুত ধৰণে হাঁহিছিল ৰিগউল হাজৰিকাই। কিছুপৰপিচত মোৰ উষ্ণ বুকুৰ মাজত মুখখন সুমুৱাই দি কৈছিল ঃ তুমি মোক এৰি নেযাবা, পৃথিবী উচান হৈ গলেও তুমি—!

নহ'ল। মোৰ সতে বিগউল হাজৰিকাৰ বিয়া নহ'ল। কিয় নহ'ল সেইয়া পৃথিৱীৰ হেজাৰজন উপেক্ষিতা প্ৰেমিকৰ ক্ষেত্ৰত যিটো সত্য, মোৰ বাবেও সেইটোৱে সঁচা। তিনিইঞ্চি দীঘল আৰু তিনিইঞ্চি বহল ৰঙীণ কাগজৰ ছপা আখৰ কেইটামানে মোৰ চকুৰ চমক ভাঙিলে। চিঠি এখনো দিছিল ঃ 'বহুত সময়ত তোমালোকে আমাক ভুল কৰি বুজি পেলোৱা। তোমাক বিয়া কৰাম বুলি কথা মই দিয়া নাছিলো আৰু যদি কেতিয়াবা কৈছিলো সেইয়া সাধুকথা। তোমালোকৰ নিচিনা লৰাবোৰ আমাৰ নিচিনা ছোৱালীৰ সাময়িক উত্তেজনা উপশম কৰা একোটিইঁত এফিকটিভ টনিক। প্ৰয়োজন মাত্ৰ সেইখিনিয়ে'।

ইঞ্জিনৰ বিকট শব্দত মই সচেতন হৈ উঠো। বহুত সময় শূন্য চাহৰ কাপটো লৈ মই একেঠাইতে বহি আছোঁ। কিন্তু বিগউল— সৌৱা আলোচনীখনৰে মুখ ঢাকি এতিয়াও আগৰ ঠাইতে বহি আছে। এটা অসহ্য দুখ আৰু যন্ত্ৰণাই মোক পশু কৰি পেলালে। ধৈৰ্য্যৰ সীমা মোৰ পাৰ হৈ গৈছিল। চিকাৰী বাঘৰ দৰে বিপৰীত ফালৰ

টেবুলখনলৈ আগবাঢ়ি যাওঁ। আচোৰ মাৰি হাতত লৈ থকা আলোচনীখন আজুৰি আনো। কিন্তু—!

'ক্ষমা কৰিব— মোৰ ভুল হৈছে!' ফাচী কাঠৰ কয়েদী পলাই সৰাৰ দৰে ভয়মিহলি খোজেৰে মই কেটাৰিঙৰ পৰা ওলাই আহোঁ। সেইয়া বিগউল হাজৰিকা নহয়। অন্য তিৰোতা এগৰাকী। কিন্তু বিগউল হাজৰিকা?

প্লেটফৰ্মত ভৰি দিয়াৰ লগে লগে পাপৰিৰ আকুল কণ্ঠস্বৰ ঃ 'আপুনিও যে কি আৰু? চাহ একাপ খাওঁতে ইমান সময়নে? মই বৈ বৈ ভাগৰি পৰিলো।' হাঁহি এটা মাৰি পাপৰিৰ কোলাৰ পৰা বুবুলক লৈ ট্ৰেইনৰ ফালে আগবাঢ়ো। গাড়ীত প্ৰায় মানুহেই উঠি শেষ হৈছিল। ট্ৰেইন এৰাৰ হুইচেল পৰে। খৰধৰকৈ কোনোমতে ইণ্টাৰৰ কম্পাৰ্টমেণ্ট এটাত উঠি পৰো।

আচৰিত! বিপৰীত ফালে বহি আছে বিগউল হাজৰিকা। কোলাত এটা কেচুৱা। চাৰি বছৰীয়ামান বয়সৰ ল'ৰা এটা আয়াজনীৰ লগত। কাষতে বহি বোধহয় বিগউল হাজৰিকাৰ গিৰিয়েক। সেই একেখন ইংৰাজী আলোচনীৰ পাত লুটিয়া আছে।

ইতিমধ্যে ট্ৰেইন চলিবলৈ আৰম্ভ কৰি দিছে। পাপৰিয়ে বহি লৈ খুলি যোৱা খোপাটো নতুনকৈ বান্ধি ল'লে। বুবুল বাহিৰৰ ফালে ব্যস্ত হৈ চাই ৰ'ল। আৰু মই খিৰিকীৰে যিমান দূৰলৈ চকু যায় তিমানলৈ চাই ভাবিছিলো— বিগউল হাজৰিকাৰ কথা। বিস্ময়! বিগউল হাজৰিকা মোৰ বাবে এটা বিস্ময়! ❑

# মহেন্দ্ৰ বৰঠাকুৰ

## দিনৰ পাহাৰ

—যাবগৈ ? এহ, সেইটো হ'ব নোৱাৰে। শুনা, আজি বাবু লাইনত ছাগলী এটা কটাৰ কথা আছে। গতিকে মোৰ ভাগ এটা আহিবই, অৰ্থাৎ আজিৰ ৰাতিৰ সাজ হ'ব ছাগলী মঙহেৰে। এই কেইদিন যিখন ভাত খাইছা দেখিছোঁ নহয়। খুৰীয়েৰৰ বোলে লাজেই লাগিছে, তোমাক শুদা ভাত খুৱাবলৈ পায়।

— শুদা ভাতনো ক'ত খালো ? আজি বোলে হাঁহৰ মাংস, কাইলৈ বোলে পাৰ চৰাইৰ মাংস, এই বোলে বৰালী মাছ, কুঢ়ি মাছ.........।

— এসময়ত আছিল বুজিছা, এসময়ত তোমাৰ মছুৱা নহ'লে মই ভাতৰ পাততেই নবহিছিলোঁ। ঘৰতে তোমাৰ কুৰি যোৰমান পাৰ চৰাই আছিল, হাঁহ আছিল এঘাৰ যোৰ, বাগিচা ছুটিৰ পিছত বাহিৰে বাহিৰে গৈ এঘন্টা বৰশীটো পেলাই দিলেও তোমাৰ চেঙা-চেঙেলি, শ'ল কান্দুলিলৈকে কিবা নহয় কিবা এটা আহেই। সাজটো চলি যায়।

— বৰশী বোৱাত মোৰ বৰ চখ।

— হয় নেকি ? ওলাবা নহ'লে আজি। মোৰ বৰশী তিনিটা আছে। লাইনত থৈ দিছোঁ। টোপো গোটোৱাই গোটাই থয়। টোপৰনো কি, কেতিয়াবা বৰলৰ টোপ, কেতিয়াবা বোন্দা কেঁচু, কেতিয়াবা আক'তোমাৰ আটাৰ টোপেই হৈ যায়। পাঁচ নম্বৰৰ ফালে গ'লে অৱশ্যে আমৰলি টোপ নিওঁ। কাৰৈ মাছে খোটে। তেনেহ'লে আজি বৰশীলৈ ওলাবা ?

— মই কিন্তু আজি..........

— নাই , নাই আজি তোমাক যাবলৈ দিয়া নহ'ব।

আইজনী .......... হেৰ..........

আইজনী অৰ্থাৎ মায়াক অৰ্থাৎ মায়াক চিঞৰি চিঞৰি 'খুৰাদেউ' তাৰ ওচৰৰ পৰা উঠি গৈ ভিতৰৰ বাৰাণ্ডা পালেগৈ। চিঞৰি চিঞৰিয়েই মায়া আৰু খুৰীদেউক ক'লে, "শুনিছা, এওঁ বোলে আজিয়েই যায়। মই বোলো সেইটো হ'ব নোৱাৰে। আজি

এওঁক বৰশীলৈ লৈ যাম।.......... "এই বুলি কৈ ডাঙৰ ডাঙৰকৈ হাঁহি 'খুৰাদেউ' অৰ্থাৎ মিঠাজান বাগিচাৰ বৰমহৰী চন্দ্ৰকান্ত বৰপূজাৰী পিছ চোতালেদিয়েই ওলাই বাগিচালৈ বুলি গ'লগৈ। সি লক্ষ্য কৰিছে খুৰাদেউ প্ৰায়ে পিছ চোতালেদিয়েই কামলৈ যায় আৰু কামৰ পৰা আহি পিছ চোতালেদিয়েই ঘৰ সোমায়হি। অৰ্থাৎ কামলৈ যাওঁতে আৰু কামৰ পৰা আহোঁতে বাৰীখনত, গোহালিটোত চকু ফুৰাই যোৱা হেনো খুৰাদেউৰ অভ্যাস। কুকুৰাই ডাকদিয়াৰ আগতেই খুৰাদেউ শুই উঠে, চৌকাটো জ্বলাই পানীৰ চচটো তুলি দিয়ে। মৰমৰকৈ এওঁৰ এটুকুৰা চোবাই মধ্যমাৰে দাঁতকেইটা ঘঁহি ঘটংঘটংকৈ টিউবওৱেলটো মাৰি মুখখন ধুই লৈ বাৰীত সোমায়। বনগুচোৱা, শইচৰ গুৰি খোচৰা, হাতেৰে মাটি নিৰলোৱা কাম কৰি থাকোতেই আইজনীয়ে চাহ বাকি মাতিলে শুদাচাহ এগিলাছ খাই গা-ধুবলৈ যায়।

চাহ বাগিচাৰ জীৱনৰ স্বাদ সি কাহিনিও পোৱা নাছিল। চাহ বাগিচা মাথোন দূৰে দূৰেই দেখিছিল। তাৰ বৌৱেকৰ ভনীয়েকৰ বিয়ালৈ গৈয়েই লগ পালে এই পৰিয়ালটোক। অৰ্থাৎ ককায়েকৰ জেঠেৰিয়েকে বিয়া কৰাইছে 'খুৰীৰ' ভনীয়েকক। সি এম. এ. দি ঘৰত বহি আছিল। এৰাব নোৱাৰা কামৰ বাবে ককায়েক খুলশালীয়েকৰ বিয়ালৈ যাব নোৱাৰাত সিয়েই বৌৱেকক লৈ গ'ল। নিভাই, বৌৱেকৰ ভনীয়েকে, তাকো বৰকৈ বিয়ালৈ মাতিছিল। আইৰো ৰাৰ্তা, গঙ্গাৰো যাত্ৰা হওক বুলিয়েই সি ওলালে। এনেয়ে বিয়া বাৰুৰ হেমগেম তাৰ ভাল নালাগে। অযথা দৌৰা-দৌৰি, হৈ-হাল্লা! তাতেই লগপালে মিঠাজান বাগিচাৰ পৰিয়ালটোক। চন্দ্ৰকান্ত বৰপূজাৰীক। ডাঙৰ ডাঙৰকৈ কথা কয়, নিজৰ নিয়মৰ ব্যাকৰণৰে ইংৰাজী কয়, ব্ৰকাৰলৈ চাহপাতৰ ছেম্পোল পঠোৱা বগা বগা টেমাৰ এটাত ৰাতিপুৱাই এটেমাকৈ ভৰাই লোৱা তামোল আধাঘণ্টা-পঞ্চলিশ মিনিটৰ মূৰে মূৰে চোবাই থাকে। কথাই কথাই 'মেকি চাহাব', 'জনচন চাহাব', বিশ্বাস চাহাব'ৰ কথা কয়। মেকি চাহাবৰ গল্পকে শুনাইছিল জোৰোণৰ আগনিশা ৰভা তলত বহি বহি। ল'ৰা হতে মৰল সাজিছিল। মৰলৰ ওপৰত মণিকূটৰ নিচিনাকৈ টুপ এটা আৰু তাৰ মূৰত এটা কলডিল লগাই দিব লাগে। একেবাৰে দৌলৰ সোণৰ কলচিটো যেন লাগিব লাগে। কলডিল অনাৰ ভাৰ এটাক দিয়া হ'ল। খুৰাদেৱে কলডিলৰ কথা শুনিয়েই হাঁহি দিলে। সি সুধিলে "খুৰাদেৱে দেখোন অকলে হাঁহিলে?"

—কলডিলৰ কথা শুনিয়েই তাহানিৰ এটা কথা মনত পৰিল, মেকি চাহাবৰ কথা। বৰ হটঙা মানুহ বুজিছা। তপিনা আৰু কলাফুল কি চাবা, আমি গৰা মাৰিও নাপাম কিজানি। গড়ে-পিতে সেইবোৰহে মানুহ। গোট কুকুৰা চৰাইটো অকলে খায়। সিফালে তোমাৰ দুটা বটল, বিলাটী, হওঁতে থাকেই।

পিচে কলডিলৰ কি হ'ল।

—ৰ'বা কওঁ। মেকি চাহাব যিদিনা প্ৰথম প্ৰথম কামজাৰিলৈ যায়, বৰকেৰাণীয়েতো দেখিয়েই ভয় খালে। চাহাববোৰ এনেয়ে ওখ-ডাঙৰ বুজিছা, আমাৰ নিচিনা কেলঢোপ কেলঢোপ জীৱ নহয় নহয়। তাতে মেকি চাহাব আৰু একাঠি চৰা। মানে ধৰা ভীমৰ দেশৰো ভীম। অফিচলৈ সোমাই আহিয়েই সুধিলে "আই লাইক টু মিট ইউ অল।" ময়ো খপ্‌কৈ কৈ দিলো, "উই অলছো লাইক ইউ চাহাব।" ভয়-চয় মই কৰা নাই। তেওঁ ইংৰাজী কৈছে, ময়ো কৈছো, বৰবাবু, মানে আমাৰ হেডক্লাৰ্ক তাপ মাৰিলে।

—কিন্তু কলডিল?

—ৰবা কলডিলৰ কথা পিচত....

পিচত মানে সেইদিনা প্ৰায় আঢ়ৈঘণ্টা মেকি চাহাবৰ কথাই কৈ গ'ল। কলডিলৰ কথা নোলাল। বিয়াও পাৰ হৈ গ'ল। বাহি বিয়াৰ দিনা দুপৰীয়া এঘুমতি শুই চাহ একাপৰ বাবে বহি থাকোতে আক' ওলাল মেকি চাহাব। কলডিল! ইতিমধ্যে মৰলৰ টুপত দিয়া কলডিলটো সোপোকা হৈ ফুলি পৰিছে। তাকে দেখি খুৰাদেৱে ক'লে— "মই এই কথাটোকে মেকি চাহাবক কৈছিলো বুজিছা। তেওঁ অসমীয়া মানুহৰ স্বভাৱ-চৰিত্ৰ, আচাৰ নীতিৰ কথা সুধিছিল, মই কৈ দিলো বোলো "আছামিজ আৰ লাইক কলডিল, ফ্লাৱাৰ অব বানানাট্ৰি। তৰপে তৰপে বেলেগ বেলেগ ধৰণ-কৰণৰ মানুহ আছে, কোনোবা বামুণ, কোনোবা কায়স্থ, কোনোবা হিন্দু, কোনোবা মুছলমান, কোনোবা বড়ো, কোনোবা মটক, কোনোবা গোসাঁই-মহন্ত কিন্তু গোটেইবোৰ লৈ এটা কলডিল, ওৱান বানানা ফ্লাৱাৰ। চাহাবে কথাষাৰ শুনি বৰ ৰস পালে। বেয়া কলোনে কোৱাচোন?"

সি একো নকৈ মিচিকিয়াই হাঁহিলে। মানুহজন তাৰ বেয়া নেলাগিল, বেয়া নালাগিল খুৰাদেউক। লাজকুৰীয়া মানুহ। বেছ গম্ভীৰ কিন্তু হাঁহিমুখীয়া, ঢেপেছা শকতো নহয় লাহীয়ো নহয়। ভাল লাগিলে মায়াক, খুৰাদেউ-খুৰীদেউৰ আইজনীক। বেছ ৰগৰ কৰি কথা ক'ব জানে, হাঁহিলে বহুত সময়লৈকে হাঁহি থাকে। বাগিচাৰ পৰাই অহা-যোৱা কৰি চাৰি কিলোমিটাৰ আতৰৰ কলেজত পঢ়ে। কলা বিভাগত। দেউতাকে ডাঙৰ ডাঙৰকৈ কথা ক'লে বেয়া পায়। মাকে বেছি লাজ কৰিলেও বেয়া পায়। দেউতাকৰ পিন্ধা-উৰাত যতন লয় আৰু কামিজত বা চুৰিয়াত তামোলৰ পিকৰ দাগ দেখিলে তিকচি-বিকচি উঠে।

মোটামুটিভাৱে পৰিয়ালটো তাৰ ভাল লাগিল আৰু সি বাগিচালৈ কুৰিবলৈ যোৱাৰ প্ৰতিশ্ৰুতি দিলে। বাগিচা সম্বন্ধে তাৰ এটা ৰোমান্টিক ধাৰণা সৰুৰে পৰাই আছিল। সেইজীয়া চাহ বাগিচা, মজদুৰ গাভৰুৰ হাঁহিৰ খলকনিৰে মুখৰ হৈ পৰা চাহ

বাগিচা, ঝুমুৰ গীত, মাদলৰ ছেওঁ! সি স্থিৰ কৰিলে সি নিশ্চয় যাব। বাগিচাৰ প্ৰাচুৰ্য, বাগিচাৰ নৃত্য ছন্দ সি এইবোৰ নিজ চকুৰে চাব।

"মিঠাজান টি ইষ্টেট" বাগিচালৈ সোমাই অহা বাটৰ প্ৰথম 'গেটতে' থকা ছাইনব'ৰ্ডখন পঢ়ি ললে সি। দুকাষৰ সেউজীয়া চাহ গছৰ মাজে মাজে আহি থাকিল সি। দূৰৰ পৰাই তাৰ চকু পৰিল কলঘৰটো। চিমনিৰ ধোঁৱাবোৰো তাৰ চকুত পৰিল। কলঘৰ চলি আছে। ছিজনত কেতিয়াবা দিনে ৰাতিয়েই একেবাৰে "টুৱেন্টি ফোৰ আৱাৰছ ফেক্টৰী চলি থাকে। বাগানত যেতিয়া ঠিকা দিয়া হয়, ক'ত ৰক্ষা পাবা? হাজিৰাত তিনিকিলো পাত তুলিব নোৱাৰা জনীয়েও ঠিকাত কুৰি-পচিশ কিলো পাত ঘপাঘপ তুলি দিয়ে।" প্ৰসংঙ্গক্ৰমে বিয়া ঘৰতে খুৰাদেৱে কথাষাৰ কৈছিল। ঘপহকৈ কেঁচাপাত এটা ছিঙি আনিলে সি। মোহাৰি নাকৰ ওচৰলৈ নিলে। কেঁচা চাহপাতৰ গোন্ধ! তাৰ বৰ ভাল লাগিল।

সি আগ বাঢ়িল। চাহগছ বোৰলৈ, শিৰীষ গছবোৰলৈ, বাটৰ কাষে কাষে থকা দৌল একোটাৰ দৰে নাহৰ গছকেইজোপালৈ চালে। সন্ধ্যা লাগো লাগো। আন্ধাৰ হোৱাৰ আগতেই ঘৰ সোমাবগৈ লাগিব। অচিনাকি ঠাই। ষ্টাফ কোৱাৰ্টাৰ বিলাক কোনফালে আছে সি লক্ষ্য কৰিলে। বৰমহৰী চন্দ্ৰকান্ত বৰপূজাৰীৰ ঘৰটো।

পালেগৈ। কামজাৰিৰ পৰা উভতি যোৱা মজদুৰ এজনক সুধিলতে একেবাৰে ঘৰত আহি থৈ গ'লহি। খুৰাদেউ তেতিয়া কামৰ পৰা আহি চাহ-ভাত খাই উঠিছিলহে। তাক দেখিয়েই একেবাৰে ৰঙতে হৈ হাল্লা কৰি দিলে। তাৰ লাজেই লাগি গৈছিল।..........

পিছদিনা পুৱাই সি আগফালৰ বাৰাণ্ডাত বহি ললেহি। সন্মুখত সেউজীয়া বাগিচাখন। মজদুৰ পুৰুষ-মহিলাৰ দলে পাত তোলাত ধৰিলেই। এনে দৃশ্য সি বাছেৰে-ৰেলেৰে যাওঁতে দূৰৰ পৰাহে দেখিছিল। আজি ওচৰৰ পৰাই দেখিলে। খুৰাদেউ কামলৈ গ'লেই। চাহবাগিচাৰ জীৱন নিচেই পুৱাই আৰম্ভ হয়। সিও চাহ-তাহ খাই অকণমান ওলাই গ'ল। মায়াই কৈছিল, " আবেলিলৈকে অকণমান ফুৰাই আনিম বাৰু।" আবেলি হোৱালৈকে তাৰ বৈ থাকিবলৈ মন নগ'ল। আকৌ যাব বাৰু আবেলিলৈ। খুৰাদেউৰ ঘৰত সি অৱশ্যে অকণমান অকলশৰীয়াও অনুভৱ কৰিছে। খুৰীদেউৰ বৰল'ৰা দূৰত থাকে। বাগিচাৰ চাকৰি। তিনি বছৰ মান আগতে বিয়া কৰালে, দ্বিতীয়টো ল'ৰাই মেডিকেল পঢ়ি আছে। ডাঙৰ ছোৱালীজনীক বিয়া দি উলিয়াই দিয়া পাঁচ বছৰমান হ'ল হেনো। ঘৰত কেৱল মায়া ওৰফে আইজনী। এতিয়াও তাই তাৰ ওচৰত একেবাৰেই সহজ হৈ পৰাগৈ নাই। গতিকে তাইক লগতলৈ ফুৰা-চকা কৰাৰ প্ৰস্তাৱ সি নিজৰ ফালৰ পৰাই অন্ততঃদিবগৈ পৰা হোৱা নাছিল।

খুৰীয়েই নিজেই ক'লে " এইয়ে তোমাক বাগানখন দেখুৱাই আনিবগৈ। খুৰাদেউৰে পিচেপৰে কলঘৰটো দেখুৱাই দিব।"

আবেলি, ঠিকা পাত তোলা মজদুৰ সকলে কাম শেষ কৰি অহাৰ আগতেই, আইজনীক লগতলৈ সি বাগিচা চাবলৈ গ'ল। মনটো তাৰ ভৰিউঠা যেন লাগিল। নিপোটল গাভৰুহঁতৰ হাঁহিভৰা মুখে তাক আকৰ্ষণ কৰিলে। আইজনীৰ লগত কোনোবা কোনোবাই কথা পাতিলে। কোনোবা কোনোবাই তাক দেখুৱাই আইজনীক দুষ্টালি ভৰা ইঙ্গিত দিলে। তাৰ বেয়া নালাগিল। সি আগবাঢ়ি গৈ থাকিবলৈ বিচাৰিলে। আইজনীয়ে ক'লে, " ৰাতি হ'ব, ঘূৰি যাওঁ।" তাৰ কিন্তু ঘূৰিবলৈ মন নাই। তথাপি সি থমকি ৰ'ল। ইতিমধ্যে ঠিকা পাত তোলা মজদুৰসকলো গ'লগৈ। খুৰাদেৱেও চাঁগৈ কাম শেষ কৰি ঘৰত তালৈকে অপেক্ষা কৰি আছে। বেলি ডুব যোৱাৰ পিছত আইজনীয়ে তাৰ লগত আৰু আগবাঢ়িবলৈ ইচ্ছা নকৰাই স্বভাৱিক। কিন্তু কিয় জানো তাৰ মন যেন সেই সেউজীয়া চাহ বাগিচাৰ মাজলৈ সোমাই যাব, সোমাই যাব অদূৰত থকা অৰণ্যৰ গভীৰতালৈ। আচলতে তাৰ দৌৰিবলৈ মন গৈছিল। তাৰ চিঞৰিবলৈ মন গৈছিল, আইজনীৰ কথা পাহৰি যাবলৈ মন গৈছিল। দুহাতেৰে আজুৰি চাহ গছৰ কেঁচা পাত ছিঙিবলৈ মন গৈছিল। " তুমি, তুমি নহলে যোৱাগৈ" আইজনীক সি ক'লে।

আপুনি?

— এনেয়ে ফুৰো, এনেয়ে চাহ গছৰ মাজে মাজে, এই, এই যে ডাঙৰ ডাঙৰ নলাবোৰ, জপিয়াই জপিয়াই পাৰ হ'বলৈ মন গৈছে। শিৰীষৰ ডালত ধৰি ওলমি দিবলৈ মন গৈছে, মোৰ কিজানি—

ধেৎ! তাৰ লাজ লাগি গ'ল। আইজনীয়ে একো নামাতি মিচিককৈ হাঁহি এটা মাৰিলে মাথোন। কি ভাবিলে বাৰু তাই? তাৰ লাজ নালাগিব?

— মোৰ বৰ ভাল লাগিছে জানা আইজনী—

— গম পাইছোঁ। চাব পিছে এই ডাঙৰ ডাঙৰ খালবোৰত, শিৰীষ গছৰ খোৰঙত বৰ ডাঙৰ ডাঙৰ সাপ থাকে। 'ডায়েল' সাপ।

কথাখিনি কৈ আইজনীয়ে আকৌ হাঁহিলে। সি বুজিলে সি আগবাঢ়ি যোৱাত তাই উৎসাহ নোযোগায়। আইজনীৰ আগত বাৰু সি নিতান্ত সৰু ল'ৰাৰ দৰে কথা ক'লে নেকি? কিন্তু সি হৃদয়ৰ স্তৰে স্তৰে অনুভৱ কৰিছে প্ৰকৃতিৰ এক অবুজ আহ্বান। জপিয়াবলৈ তাৰ মন গৈছে, দৌৰিবলৈ মন গৈছে, কথা পাতিবলৈ মন গৈছে, আৰু ....... আৰু মন গৈছে.......... সি বুজিলে সি আৰু আগবঢ়া উচিত নহ'ব। সিহঁত, - আইজনী আৰু সি, উভতিল।

— চাহবাগিচা আপোনাৰ খুব ভাল লাগিছে?

— গছ-গছনি মই বৰ ভাল পাওঁ। তোমাৰ ভাল নালাগে?

— জানো, ক'বই নোৱাৰো দেখোন। আচলতে আমি সদায় পাই আছো বাবেই চাগৈ।

মোৰ কি মন গৈছে জানা? যেন চিঞৰি চিঞৰি গাম—

Come hither, come hither

Come hither!

Here Shall he see no enemy

"But winter and rough weather

নহয়?

তাৰ মুখৰ কবিতাটো কাঢ়ি নি দেখোন আইজনীয়ে সম্পূৰ্ণ কৰি দিলে। সি ৰৈ গ'ল। সুধিলে—

— তুমি, তুমি কবিতা পঢ়া?

— ওঁহো ক্লাছ টেনত পঢ়িছিলোঁ। পৰীক্ষাত আহিব পাৰে বুলি সৰু সৰু কবিতা দুটামান একেবাৰে মুখস্থ কৰি থৈছিলো। ইমান দিন পাহৰিয়েই আছিলো। এতিয়া ঘপহকৈ মনত পৰি গ'ল আৰু কিন্তু মোক কবিতা-চবিতাৰ কথা কেতিয়াও নুসুধিব। একো নাজানো। হাজৰিকা ছাৰে চিৰি পনি নেদেখুৱা হ'লে কিজানি একেবাৰেই মুখস্থ নহ'লহেঁতেন। বাপ্‌ৰে হাজৰিকা ছাৰৰ কথা মনত পৰিলে এতিয়াও মোৰ ভয় লাগে। আমিতো আৰু কোএডুকেচনৰ স্কুলত পঢ়ি অহা। ল'ৰাৰ আগতে যিহে লাজ দিয়ে।

— হয় নেকি?

— 'হয়নেকি' মানে কৈছো নহয়, হাজৰিকা ছাৰৰ কথা মনত পৰিলে এতিয়াই ঘৰলৈ উভতি গৈ কোঠাত সোমাই থাকিবৰ মন যায়।

— তাৰ মানে তোমাৰ উভতিবৰ মন গৈছে।

— সন্ধ্যা লাগো লাগো হৈছেতো!

আইজনীকো দেখোন তাৰ ভাল লাগি আহিছে। বিশেষকৈ কথা ক'ব জনা দেখি! আচলতে আশা কৰিছিল তাই আৰু আগবাঢ়ি যাবলৈ তাক ক'ব।

— কিন্তু মোৰ মন গৈছে—

— কাইলৈ ন'হলে আকৌ আহিম।

এৰা, কাইলৈ আকৌ আহিম। আইজনীয়ে ক'লে— এইবাৰ অহা বাটেৰে নাযাওঁ, আন বাটেৰে যাওঁ।

— লক্ষ্য কিন্তু ঘৰেই হ'ব লাগিব।

নিজৰ কথাতে নিজেই সি হাঁহিলে। দুয়ো উভতিল।

হঠাৎ সি চক্‌খাই উঠিল, যেন নৰকংকাল জুপুকা মাৰি বহি আছে চাহগছৰ জোপোহাৰ তলত।

— আইজনী!

আইজনীয়ে ইঙ্গিত দিলে মনে মনে থাকিবলৈ। সি মনে মনে থাকিল, কিন্তু মূৰটো তাৰ জমজমাই যোৱা যেন লাগিল। সেই কংকাল মূৰ্তিটো পাৰ হৈ আহিল সিহঁতে! কাণি-মুনি সময়।

— চাহ বাগিচাত যে ভুত থাকে জানে?

— ভুত?

— কিন্তু ভুতলৈ তোমাৰটো ভয় লাগিব লাগিছিল?

— চিনাকি হৈ গৈছে। এই বাগিচাতে আমাৰ জন্মতো! ভুতেও চিনি পায়।

খুক খুককৈ আইজনীয়ে হাঁহিবলৈ ধৰিলে।

—হাঁহিছা কেলেই?

— সেই ভুতটোৰ নাম পাগলা চৰ্দাৰ। বাগিচাৰ একে বাৰে পুৰণি মজদুৰ। তাৰ চাৰি পুৰুষ মান এই বাগিচাতে মৰিলে। চাহাবৰ দিনৰে মানুহ। কোনোবা আজোককাক কমিটিত আহিছিল। পগলা চৰ্দাৰৰ বহুত কাহিনী আছে। দেউতাক সুধিলে ভালকৈ ক'ব পাৰিব।

— বাগিচাৰ চৰ্দাৰ আছিলে।

— বাপৰে, সাংঘাটিক চৰ্দাৰ আছিল। মানুহে খুব ভয় কৰিছিল। চাহাবকো গালি পাৰি দিয়ে। আমাৰেই মনত আছে মূৰত এটা পাগুৰী, হাতত লাঠী এডাল লৈ আগদিনাই চিঞৰি চিঞৰি পিচদিনাৰ কামজাৰি দিয়ে। কোনো মজদুৰেই ফাংফুং কৰিব নোৱাৰে। আনকি পাত তোলোঁতে যদি কেনেবাকৈ বুঢ়া পাছ ছিঙে, যদি কেনেবাকৈ গছজোপাই দুখ পায় পাগলা ছৰ্দাৰে বোলে মজদুৰৰ হাতত মাৰ মাৰি দিয়ে। চাহগছক সি "আমাৰ মাই লাগে" বুলি কয়।....

সেই দিনাই সি খুড়াদেউৰ পৰা পাগলা চৰ্দাৰৰ বিষয়ে বহুত কথা শুনিলে। মিঠাজানৰ বুৰঞ্জী এই পাগলা চৰ্দাৰ। লাইনৰ কেইবাটাও পৰিয়ালেই পাগলা চৰ্দাৰৰ পৰিয়ালৰ মানুহ। নিজে এতিয়া অকশৰীয়া। ডাঙৰ ল'ৰাটো কুৰিৰো ওপৰ হৈছিল, মৰিল। সাপে খুঁটি মাৰিলে। " গ্ৰান্টৰ জংঘল" কাটোঁতে সাপে খুঁটিলে। বহুত ওজা লাগিল। ফেটী সাপৰ খোট, ক'ত ৰক্ষা! ঘৈণীয়েক মৰিল যক্ষ্মাত। " তেতিয়া টি.বি.,ৰ দৰৱ ওলোৱাই নাছিল। মেলেৰিয়াৰ চিকিৎসা কৰোতে কৰোতে দুয়োখন কলিজাকে বোলে খাই পেলালে। ছোৱালী এজনী আছিল পলাই গ'ল। তাই আৰু কোনোকালেই নাহিলেই।"

— কিন্তু এনেকৈ চাহগছৰ তলত জুপুকা লাগি বহি থাকেহি কিয়?

— সেইটোৱেটো বিপদ? চকীদাৰ লগায়ো বাহিৰ কৰি থোৱা হৈছে, নাই আকৌ সোমায়হি। চাহাবে, মানে মেনেজাৰ চাহাবৰ কথা কৈছোঁ, যমুনা সিং, ইউ, পি নে বিহাৰৰ আছিল জানো, তেওঁ এবাৰ গুৰুলা গুৰুলকৈ পিটিলেওঁ—

— কেলেই পিটিলে?

— ৰাতি ক্লাবৰ পৰা আহোঁতে ঘৈণীয়েকে দেখি ভয় খালে। ৰাতি সেইটো চেহেৰা দেখিলে, তাতে তোমাৰ চাহ গছৰ তলত, কোনে ভয় নাখাব কোৱাচোন?

— তাৰ পাছত?

— মাৰৰ কথা পাহৰি গ'ল। আচলতে মগজটোৱে তাৰ গণ্ডগোল হ'ল বুজিছা। ৰাতি দিন যেতিয়াই মন যায় তেতিয়াই আহি চাহগছৰ গুৰি খুচৰিব; বনচন উঘালিব, গোবৰ আনি দিবহি— এইবোৰ কাম। ৰিটায়াৰমেন্টৰ বয়স হোৱাত বাগিচাৰ পৰা উলিয়াই দিব লগা হ'ল। লাইনৰ ঘৰ খালী কৰি দিবলৈ কোৱা হ'ল। নাই, বাগিচা এৰি সি নাযায়। শেষত চাহাবে পুলিচ লগাই নিয়ালে। ঘৰ খালী কৰোৱা হ'ল। পিচে কি হ'ব। এনেকৈয়ে থাকে। লাইনৰ মানুহে খাবলৈ দিয়ে কেতিয়াবা। 'বাবু'ৰ ঘৰলৈকো যায় মাজে মাজে। নিদিও নোৱাৰি নহয়।

— বাগিচাৰ বাহিৰত ঘৰ সাজি দিছে নেকি?

— বাগিচাইনো কিমান লেবাৰক ঘৰ সাজি দিবহে? ফাল্টু লাইন আছে, "গৰমেন্ট' গ্ৰেজিং আছে।

— গোটেই জীৱনৰ সকলো শক্তি শেষ কৰি কাঢ়িলোৱাৰ পিচত চাহবাগিচাই তেনেহ'লে এই মজদুৰসকলক একো নিদিয়ে।

তাৰ কথা শুনি খুৰাদেৱে তাৰ চকুলৈ চালে। চাৰ পিচত হো হোকৈ হাঁহি দিলে, "তুমিও ভাল কথা কৈছা।"

— পাগলা চৰ্দাৰ তেনেহলে মানসিক বিকাৰগ্ৰস্ত?

— বলিয়াই। মানে বুঢ়াকালত সেইটো হ'ল। আন একো পাগলামি নকৰে, মাথোন চাহগছ কেইজোপাক সাবটি সাবটি ধৰে। " হামাৰ মাই লাগে"— এইটোৱেই কথা। কাম চলি থাকোতেও কেতিয়াবা জুলুম কৰেহি।

পাত তুলিবলৈ অহা মাইকীবোৰক চিঞৰি চিঞৰি ক'ব— "ঐ হাৰামজাদী, গাছটাকে দুখ নাইদিবি। তোৰ বুকেৰ দুধটা টানলে কি চোট্ নাই লাগিবেক?" এই বিলাক কথা।

পিছদিনা সি আইজনীক লগত নিনিয়াকৈ, খুৰাদেউক একো নোকোৱাকৈ লাইনলৈ গ'ল। এখন প্ৰায় নেদেখা জগত দেখিলে। টিঙৰ, খেৰৰ ইটাৰ বেৰৰ,মাটিৰ

সুন্দৰকৈ লেপা বেৰৰ সৰু সৰু ঘৰ। একোটা কোঠাতে মাক-দেউতাক থাকে। বিবাহিত পুতেক-বোৱাৰীয়েকে শোৱে, গাভৰু জীয়েক শোৱে।............

আইজনীয়ে ঘুৰি অহাৰ পিচত সুধিছিল— " অকলে লাইন পালেগৈ।

— ও, গ'লো আৰু।

— মিঠাজান চিনাকি হৈ গ'ল।

— জানো।

— কেনে লাগিল?

— মানুহ সকলো একে নহয়।

— নহয়তোন।

— খুৰাদেৱে কৈছিল, ইউনিয়ন -চিউনিয়ন হোৱাৰে পৰা মজদুৰ বিলাকৰ অৱস্থা আগতকৈ বহুত ভাল হ'ল। আজিকালি যথেষ্ট পা-পইচা পায়। লাইনৰ ঘৰ-দুৱাৰৰ অৱস্থা ভাল।

— আগৰ তুলনাত বহুত ভাল।

— মজদুৰৰ তিৰোতাসকলে বাৰু বাহিৰলৈ যায় কেনি?

— আইজনীয়ে অবাক হৈ তাৰ্লৈ চালে। প্ৰশ্নটো বুজি নাপালে।

— মানে প্ৰাতঃ ক্ৰিয়া।

এইবাৰ আইজনীয়ে সশব্দে হাঁহি দিলে। ‘কি যে কথাবোৰ কয় আপুনি।

— কিয়? তিৰোতাসকলৰ সেইকণ মৰ্যাদা ৰখাৰ প্ৰাথমিক ব্যৱস্থা দেখোন চকুত নপৰিল। তেওঁলোকক সভ্ৰান্ত মৰিল শাৰীত ধৰাহোৱা নাই নেকি ইমান দিনে?

আইজনীৰ চকুদুটা ডাঙৰকৈ মেল খালে। সেউজীয়া চাহ বাগিচাই ব্যাকুল কৰি তোলা মনুহজনৰ কি হ'ল আকৌ।

— আইজনী

— আপুনি লাইনলৈ কিয় গৈছিল? দেউতাই বেয়া পাব।

— কিয়?

— মোকতো আপুনি লগত লৈ যাব পাৰিলেহেঁতেন।

— মই আজিয়েই যামগৈ বুলি ভাবিছোঁ।

— ক'লৈ?

— ঘৰলৈ।

— কিয়?

— সঁচা কথা কওঁ?

— কওক।

— মোৰ ভয় লাগিছে।

— ভয়?

— জানোচা স্বপ্নভংগ হয়। চাহবাগিচাৰ সেউজীয়া খিনিয়েই মোৰ সম্পদ হৈ থাকক। কি বোলা? আইজনীয়ে একো নুবুজিলে।

— মনে মনে থাকিলা দেখোন?

— দেউতাক যোৱাৰ কথা ক'লে?

— চাহ খাবলৈ মাজতে এবাৰ আহিব নহয়। ক'ম।

আইজনীৰ ক'বলৈ মন গৈছিল- থাওক, আৰু দুদিনমান থাওকচোন মোৰো কলেজ নাই, আপোনাৰো তেনে পঢ়াশুনা বা অন্যকাম নাই। দুদিনমান ........... আৰু দুদিনমান..........." নোৱাৰিলো, একোকে ক'ব নোৱাৰিলো। ভেবা লাগি মাথো তালৈকে চাই থাকিল। মাকৰ যোগেদিয়েই তাই কোৱাব নেকি— "হেৰি নহয় পৰন আৰু দুদিনমান..........। নাই দেউতাকে ক'ব, ক'ত এৰি দিব দেউতাকে। দেউতাক আৰু মাকৰ কিজানি ইচ্ছা............. তাই নিজে নিজে হাঁহিলে। লাজ লাগি গ'ল। ❑

# ফণীন্দ্ৰ কুমাৰ দেৱচৌধুৰী

## সাংস্কৃতিক ভূত

### এক

অফিচ ছুটীৰ শেষত টেবুলৰ ড্ৰয়াৰটো বন্ধ কৰিবলৈ গৈ ভাব হ'ল ড্ৰয়াৰটোতে যেন কিবা এখন অতি প্ৰয়োজনীয় অথচ ব্যক্তিগত কাগজ সুমুৱাই ৰাখিছিলো অথচ এতিয়া বিচাৰি পোৱা নাই। অফিচৰ ক্লান্ত-ব্যস্ততা, অপৰিচ্ছন্ন ফাইল-পত্ৰৰ নিয়ন্ত্ৰণহীন হিজিবিজিৰ মাজত এইদৰে কিবা দৰ্কাৰী কাগজ-পত্ৰ হাতলৈ আহিলে পিছত অফিচ ছুটীৰ সময়ত ঘৰলৈ লৈ যাম বুলি ড্ৰয়াৰটোতে নিমিষতে সুমুৱাই ৰখাটো মোৰ বহুদিনীয়া অভ্যাস। ইউলিপৰ চাৰ্টিফিকেট, ইঞ্চিওৰেঞ্চৰ প্ৰিমিয়ামৰ ৰিচিপ্ট। হোষ্টেলৰপৰা মাহৰ শেষত একমাত্ৰ ভাইটোৱে পঠিওৱা নিয়মীয়া ৰিমাইণ্ডাৰ অথবা অমিৰ কোনোবা বান্ধৱীৰ চিঠি ; ড্ৰয়াৰৰ ভিতৰৰ খেলিমেলিৰ মাজতো সকলো প্ৰয়োজনীয় অথচ ব্যক্তিগত ডকুমেণ্ট ইয়াৰ ভিতৰতেই যেন আটাইতকৈ নিৰাপদ। টেবুলৰ ওপৰেৰে অবিৰাম গতিত অহা-যোৱা কৰা অজস্ৰ অৰ্থহীন কাগজ-পত্ৰ, পুৰণি, ফাইলৰ লগত কোনো অসতৰ্ক মুহূৰ্তত এখন ব্যক্তিগত ইমপ'ৰ্টেণ্ট ডকুমেণ্ট হঠাতে নাপাত্তা হৈ যায়, তাৰ কোনো নিশ্চয়তা দিয়াটো সম্ভৱ নহয়। এনেয়ে এই অফিচটোৰ এটা বদনাম আছে যে যিকোনো জৰুৰী ফাইল, আবেদন অথবা বিল একো একোটা ক্ৰুচিয়েল মুহূৰ্তত কোনো অদৃশ্য শক্তিৰ প্ৰভাৱত কিছু সময়ৰ বাবে নিৰুদ্দেশ হৈ যায়, পুনৰ সুবিধা বুজি আৱিৰ্ভাৱ হয়। যোৱা সাতদিন ধৰি ড্ৰিমলেণ্ড ইণ্ডাষ্ট্ৰিৰ ফাইলটো মিছিং হৈ গৈছে। নতুনকৈ বিজনেছ আৰম্ভ কৰা ল'ৰাটোৰ পেমেণ্টৰ কাম সকলো বন্ধ হৈ আছে। এতিয়াও অফিচৰ আওভাও বুজি নোপোৱা ল'ৰাটোক মাতি আনি মোৰ কেতিয়াবা ক'বৰ মন যায়, এনেদৰে বিজিনেছ নহ'ব। সততা, আদৰ্শ সকলোবোৰ পৃথিৱীৰ পৰা কোন কাহানিবাই হেৰাই গৈছে। তোমাৰ ফাইলটো এই অফিচতে হাত দিলে চকুৰ নিমিষতে পোৱা ঠাইতে আছে। হাতখন লৰচৰ কৰাৰ যাদু তুমি আয়ত্ত কৰিব পাৰিব লাগিব।

আচলতে এই কথাটোৱে ঠিক, এই পৃথিবীৰপৰা খুব দ্ৰুতগতিত কিবাকিবি হেৰাই যাবলৈ আৰম্ভ কৰিছে। ড্ৰয়াৰটোৰ কাগজ-পত্ৰবোৰ এখন এখনকৈ বাহিৰলৈ উলিয়াই পুনৰ তন্নতন্নকৈ মই চালো, মোৰ নিশ্চিতভাৱে মনত আছে, কিবা এখন জৰুৰী ডকুমেণ্ট মই ৰাতিপুৱাৰ ভাগতে এই ড্ৰয়াৰটোৰ ভিতৰতে সুমুৱাই ৰাখিছিলো। অথচ এতিয়া বিচাৰি পোৱা নাই। বন্ধ ড্ৰয়াৰৰ ভিতৰৰ পৰাও এইদৰে এখন ব্যক্তিগত ডকুমেণ্ট হেৰাই যোৱাটো সম্ভৱনে?

অথচ হেৰাল।

হেৰাই যোৱা সেই জৰুৰী ডকুমেণ্টখন কি আছিল মই মনত পেলাবলৈ গৈয়ে ব্যৰ্থ হ'লো। ডকুমেণ্টখন মোৰ হাতত পৰাৰ সময়ত মই যিমান গুৰুত্বসহকাৰে সেইখন লোৱা উচিত আছিল, সিমান গুৰুত্বসহকাৰে কিজানি মই লোৱা নাছিলো। সেয়েহে মোৰ স্মৃতিশক্তিয়েও সেইখনৰ ডিটেইলছ সংৰক্ষণ কৰিবলৈ সক্ষম নহ'ল। ঠিক কোন সময়ত কোনটো বস্তুৰ ওপৰত কিমান গুৰুত্ব দিম তাৰ ওপৰতে সেই বস্তুৰ স্থায়িত্ব নিৰ্ভৰ কৰে। মোৰ এনেকুৱা লাগিল মই যেন এই মুহূৰ্ততে এটা বেছ গুৰুত্বপূৰ্ণ তত্ত্ব আৱিষ্কাৰ কৰিছোঁ। এই তত্ত্বটোক মই 'থিওৰী অৱ লছ' জাতীয় কিবা এটা নামকৰণ কৰি মোৰ নামত পেটেণ্ট কৰিব পাৰো। এই যে মোৰ মগজুৰ স্মৃতিৰ ভাণ্ডাৰৰপৰা জৰুৰী ডকুমেণ্টখনৰ ডিটেইলছবোৰ হেৰাই গ'ল অথবা মোৰ নিজৰ টেবুলৰ ড্ৰয়াৰটোৰ পৰাই অপ্ৰত্যাশিতভাৱে হেৰাই গ'ল সেই ডকুমেণ্টখন এই সকলো 'হেৰোৱা'কৈ মই এতিয়া বেছ প্ৰাঞ্জলভাৱে মোৰ এই নৱ-আৱিষ্কৃত 'থিওৰী অৱ লছ'ৰ দ্বাৰা সহজতে ব্যাখ্যা কৰিব পাৰো। আচলতে সংৰক্ষণৰ বাবে যি গুৰুত্বৰ প্ৰয়োজন আছিল, সেই গুৰুত্ব প্ৰকাশত ক'ৰবাত ইচ্ছাকৃত অথবা অনিচ্ছাকৃত কিবা এটা গাফিলতি আছিল, এ শ্লেকনেছ। হয়তো ডকুমেণ্টছখনতো থাকিবই। তাত ডিটেইলছবোৰ থাকিবই, এতিয়া নাচালেও হ'ব ধৰণৰ এটা ভাব অথবা মোৰ টেবুলৰ ড্ৰয়াৰটোনো কোনে খুলিব, তলাৰ কিয় দৰকাৰ জাতীয় এটা কেজুৱেল এপ্ৰ'চ।

## দুই

অফিচৰপৰা বাহিৰ ওলায়েই দেখিলো কম্পাউণ্ডৰ বাহিৰতে ঠিক গেটৰ সন্মুখতে এটা সৰু-সুৱা ভিৰ। আমাৰ অফিচৰ হৰবাবুৱে বেছ কৰ্তৃত্বৰ সুৰত উত্তেজিত কণ্ঠেৰে কিবা এটা কৈ আছে। মই তৎক্ষণাৎ বুজি পালো এই ভিৰৰ কেন্দ্ৰবিন্দু নিশ্চয় কিবা এক অপ্ৰত্যাশিত সংকট অথবা আকস্মিক দুৰ্ঘটনা। এনে ধৰণৰ আকস্মিকতাত সদায়ে অফিচৰ মন'টনীয়ে নিস্তেজ কৰি ৰখা হৰবাবুক উত্তেজিত আৰু উৎফুল্ল কৰি তোলে। ইমান সময়ে ৰাস্তাৰ কাষৰ সেই বৃত্তাকাৰ ভিৰত উপস্থিত থকা প্ৰতিজন ব্যক্তিয়ে

নিশ্চয়কৈ সেই আকস্মিকতাৰ কথা জানি উঠিছে। সেয়েহে কৌতূহলী দৃষ্টিৰে সেই ভিৰৰ ওচৰলৈ আগবাঢ়ি যোৱা মোৰ ফালে কিঞ্চিৎ আগবাঢ়ি আহি সেই একেই উত্তেজিত, উৎফুল্লিত কণ্ঠেৰে হৰবাবুৱে কৈ গ'ল— চাওকচোন চৌধুৰী, এইখন দেশত মানুহ কেনেদৰে বাচি থাকিব হে, চব চোৰ-ডকাইত, মানুহজনে স্কুটাৰখন এইখিনিত ঠিক এইখিনিত থৈ পাঁচ মিনিটৰ বাবে অফিচৰ ভিতৰলৈ গৈছিল। আহি দেখে নাই। দিন-দুপৰতে চোৰৰ কাৰবাৰটো চাওক।

আকস্মিক ঘটনাটোৰ প্ৰতি কনচাৰ্ণ হৈ পৰা হৰবাবুৰ উত্তেজিত মুখখনলৈ চাই মোৰ হঠাতে কৌতূহল হ'ল ঃ এই একেজন মানুহেই বিজিনেছৰ আও-ভাও বুজি নোপোৱা নতুন ল'ৰাটোৰ পৰা কিবা এটা কমিছন সৰকোৱাৰ আশাত ড্ৰিমলেণ্ড ইণ্ডাষ্ট্ৰিৰ ফাইলটো তেওঁৰ ড্ৰয়াৰৰ ভিতৰত লুকুৱাই ৰাখিছে! সেই ল'ৰাটোৱেও চাগে' অফিচৰ বাহিৰত ক্ষোভ আৰু হতাশাত কেতিয়াবা হৰবাবুৰ এই গাম্ভীৰ্যপূৰ্ণ কৰ্তৃত্বৰ অত্যাচাৰত অতিষ্ঠ হৈ স্বগতোক্তি কৰে— অফিচত চব চালা চোৰ-ডাকাইত। বিশ্বাস আৰু সততা যেতিয়া হেৰাই যায় তেতিয়া অফিচবোৰো চোৰ আৰু ডকাইতৰ নিয়ন্ত্ৰণাধীন একোটা কাৰখানাত ৰূপান্তৰিত হয়। সেই নতুন ল'ৰাটোক মাতি আনি এদিন ক'ব লাগিব— নিষ্ঠা-আদৰ্শ এই সকলোবোৰ অফিচৰ পৰা, জীৱনৰ পৰা হেৰাই গৈছে। এক মুহূৰ্তৰ বাবে ক্ষোভ আৰু হতাশাৰে ভৰা সেই ল'ৰাজনৰ মুখখন মোৰ দুচকুৰ সন্মুখত ভাহি উঠিল। উত্তেজনাত উৎফুল্লিত হৈ থকা হৰবাবুৰ ডিম্বাকৃতিৰ মুখখনৰ ওপৰত মই পুনৰ দৃষ্টি ৰাখিলো। নাকৰ পাহি দুটা মানুহজনৰ উঠা-নমা কৰিছে। চিকাৰী মেকুৰীৰ দৰে সৰু চকু দুটা বাইফোকেলৰ ভিতৰত চকচকাই আছে। মোৰ দুচকুৰ সন্মুখত ভাহি থকা আও-ভাও বুজি নোপোৱা ল'ৰাজনৰ মুখখনৰ তলৰফালে এটা মানুহৰ পূৰ্ণ শৰীৰৰ অৱয়ৱ গঢ় লৈ উঠিছে, বাওঁহাতৰ মুঠিৰে হৰবাবুৰ চুলিত ধৰি টেবুলখনৰ ওপৰতে থেকেচি দি সুধিছে— ফাইল ক'ত ৰাখিছ? অফিচৰ ভিতৰত সৰু-সুৰা এটা মানুহৰ জুম। হৰবাবুৰ কলিগবোৰে (তেওঁৰ সুৰক্ষাৰ বাবে) কি কৰে, কি কৰে বুলি ওচৰ চাপি আহিছে। উত্তেজনাত এইবাৰ ৰঙচুৱা হৈ পৰিছে সেই ল'ৰাজনৰ মুখ। ল'ৰাজনৰ মুখমণ্ডলৰ পৰা যেন এক অপূৰ্ব মূৰ্তি চৌপাশে বিয়পি পৰিছে। মোৰ অনুভৱ হ'ল জীৱনে নিস্তেজ আৰু ভীতু কৰি তোলা মোৰ শৰীৰতো যেন অকস্মাৎ প্ৰাণৰ সঞ্চাৰণ হৈছে। স্নায়ুবোৰ উত্তেজিত হৈ উঠিছে, মই মোৰ টেবুলৰপৰা হৰবাবুৰ টেবুলৰ ওচৰ পাইছোঁ আৰু বেছ কৰ্তৃত্বৰ সুৰেৰে কৈছোঁ— হৰবাবু, ফাইলটো থৈছে যদি উলিয়াই দিয়ক, সাতদিনৰপৰা ল'ৰাজনে অফিচটোলৈ তাঁত-বাতি কৰি আছে। থেকেচাত তললৈ ওলমি পৰা মূৰটো বেছ কষ্টেৰে ওপৰলৈ তুলি মোৰ মুখলৈ চাইছে হৰবাবুৱে। আশা কৰামতেই মোৰ দুচকুৰ কঠিন প্ৰশ্ৰয়হীনতাই

হৰবাবুৰ বাওঁহাতখন তেওঁৰ টেবুলৰ ড্ৰয়াৰটোৰ ওচৰলৈ লৈ গৈছে। ড্ৰয়াৰটো খুলিছে আৰু ভিতৰৰপৰা উলিয়াই আনিছে হালধীয়া ৰঙৰ সেই 'হেৰাই যোৱা' ড্ৰিমলেণ্ড ইণ্ডাষ্ট্ৰিৰ ফাইলটো।

ৰাস্তাৰ কাষৰ 'স্কুটাৰ হেৰোৱা ভিৰ'ৰ মাজৰপৰা ওলাই আহি পুনৰ বেছ উত্তেজিত স্বৰেৰে হৰবাবুৰে কোনোবা অচিনাকি কৌতূহলী আগন্তুকক ক'বলৈ, আৰম্ভ কৰিছে— মাত্ৰ পাঁচ মিনিটৰ ভিতৰত উঠাই লৈ গ'ল। এইখন দেশত কেনেকৈ থাকিবহে চব চোৰ, ডকাইত। কিবা এটা কৰিব লাগিব।

ঠিকেই কিবা এটা কৰিব লাগিব। ৰাস্তাৰ কাষৰপৰা স্কুটাৰখন হেৰাই নোযোৱাৰ বাবে, ড্ৰিমলেণ্ড ইণ্ডাষ্ট্ৰিৰ ফাইলটো হৰবাবুৰ টেবুলৰ ড্ৰয়াৰত সোমাই নাযাবৰ বাবে কিবা এটা কৰিব লাগিব। নিষ্ঠা, সততা এইবোৰ হেৰাই যাবলৈ এৰি দিলে পিছলৈ ফাইলটো, স্কুটাৰখন হেৰোৱাটো একোটা সাধাৰণ নিয়মত পৰিণত হয়।

## তিনি

কথাষাৰ ভাবি ভাবি হৰবাবুৰ নিয়ন্ত্ৰণাধীন ভিৰটোৰপৰা মই আঁতৰি আহিলো। আজি যোৱাৰ পথত হাস্পতালত দত্তৰ খবৰটো লৈ যাব লাগিব ; প্ৰায় তিনিমাহ মানুহজন হাস্পতালত থাকিবলগীয়া হ'ল, এই সপ্তাহত ইয়াৰপৰা ৰিলিজ লৈ এবাৰ পাটনালৈ গৈ দেখুওৱাৰ কথা, তাত বোলে অৰ্থ'পেডিক্সৰ কোনোবা নামজ্বলা এক্সপাৰ্ট আছে, শিৰ বৰুৱা থকাৰ সময়ত অৰ্থ'পেডিক্সৰ কেছত বাহিৰলৈ যোৱাৰ প্ৰয়োজন নহৈছিল। কিন্তু এতিয়া বাহিৰলৈ নগৈ উপায় নাই। 'অকল এক্সপাৰ্টাইজেই কথা নহয় হে চৌধুৰী, চিনচিয়েৰিছি। ছিৰিয়াছনেছ নাই, টটেলী নষ্ট— সেইদিনা ক্ষোভেৰে দত্তই কৈছিল।

হাস্পতালত সোমাই যাব লগা হ'লে ৰিক্সা এখনকে লোৱাটো উচিত হ'ব। আগতে ঠিক এইখিনি ঠাইতে সুবিশাল আঁহত গছ এজোপা আছিল, সেই আঁহতৰ তলতে বৈ থকা পোৱা গৈছিল দুখন নে তিনিখন ৰিক্সা, গাঁৱৰপৰা অহা জনজাতীয় ল'ৰা এজনে এইখিনিতে পাণ-তামোলৰ দোকান এখন দিছিল, আজি তিনি-চাৰিমাহ আগতে আঁহত গছজোপা কাটি পেলোৱা হ'ল। ইয়াত বোলে নতুনকৈ হোৱা মিউনিচিপেলিটিৰ এটা অফিচ হ'ব। তাৰ পিছৰপৰা ৰিক্সা ল'বলৈ হ'লে, ইয়াৰপৰা সেই চাৰিআলিটোলৈ খোজকাঢ়ি যাব লাগিব। এতিয়াহে হঠাতে মনত পৰিল সেই গছজোপা কটাৰ পিছত যোৱা তিনি-চাৰিমাহ ধৰি পাণ-তামোলৰ দোকান দিয়া সেই জনজাতীয় ল'ৰাজনো চকুত পৰা নাই। ক'ত জানো হেৰাই গ'ল। কি আছিল ল'ৰাটোৰ নাম, কি আছিল?

পুৰণা দুতলা বিল্ডিঙৰ চাদত উঠি দুজনমান ল'ৰাই বেছ উৎসাহেৰে আকাশৰ বুকুলৈ চিলা উৰুৱাই দিছে। সিহঁতৰ উত্তেজিত অংগী-ভংগী, চাদৰ ওপৰতে দৌৰা-দৌৰিৰ পৰা গম পালো সিহঁতৰ চিলা উৰুৱাৰ প্ৰতিযোগিতা বেছ জমি উঠিছে। বৃদ্ধ ৰিক্সাৱালাজনে তাৰ শৰীৰৰ সমস্ত শক্তিৰে ওখোৰা-মোখোৰা বাইলেনটোৰে আগবাঢ়ি যোৱা ৰিক্সাখনৰ গতিৰ নিৰৱচ্ছিন্নতা ৰক্ষা কৰাৰ চেষ্টা চলাই আছে। উৰন্ত চিলাৰপৰা ক্ষন্তেকৰ বাবে দৃষ্টি আঁতৰাই আনি একেটা ভংগীতে পেডেলৰ ওপৰত শূন্যত উঠা-নমা কৰা বৃদ্ধ ৰিক্সাৱালাৰ শৰীৰটোলৈ লক্ষ্য কৰিলো। এই উঠা-নমা ভংগী স্তব্ধ হৈ যোৱাৰ লগে লগেই চিৰকালৰ বাবে যেন তাৰ জীৱনটো হেৰাই যাব তেনে এক কঠিন উপলব্ধিৰে সি পেডেলত অবিৰাম চাপ দি আছে। হেৰাই যাবলৈ দিয়াটো খুব সহজ কথা, কিন্তু ধৰি ৰখাটো কি কষ্টকৰ-ঘৰ্মাক্ত হৈ পৰা সেই বৃদ্ধ ৰিক্সাৱালাটোৰ সমান এই কথা চাগে' আৰু কোনেও অনুভৱ কৰা নাই।

চিএঞ্ৰ এটা শুনি ওপৰলৈ চাই দেখো কোনোবা এটা ৰচি ছিঙা চিলা অনন্ত আকাশৰ ফালে দিশহাৰা হৈ উৰি গৈ আছে। এইদৰে বতাহৰ কোব খাই খাই কিমান দূৰলৈ কাগজৰ চিলাটো উৰি যাব পাৰিব। মোৰ ডিঙি বেঁকা কৰি আকাশৰ নীলা শূন্যতাত ক্ৰমশঃ অপসৃয়মান চিলাটো কিছু সময় ধৰি চাই ৰ'লো। বতাহৰ উৰি ৰোৱা শাৰীৰ আঁচলৰ দৰে চিলাটোৰ নেজ, তেতিয়াও উৰ্ধ্বমুখী গতি অব্যাহত ৰখা তাৰ উদ্ধত মূৰ দেখি মোৰ এনেকুৱা লাগিল যেন সেয়া অমি গৈ আছে। মোৰ আৰু অমিৰ মাজত বেছ দ্ৰুততাৰে দূৰত্ব বাঢ়ি আহিছে। আকাশৰ নীলাত ধীৰে ধীৰে মিহলি হৈ গৈছে অমিৰ শৰীৰ ; অমি হেৰাই যাব নেকি? অমি—

## চাৰি

ভিজিটৰছৰ বাবে হাস্পতালৰ মুখ্য গেটখন খুলি দিছে। চলা-ফিৰা কৰিব পৰা বহুকেজন ৰোগী নিজস্ব ৱাৰ্ডৰ পৰা ওলাই আহি সন্মুখৰ মুকলি ঠাইখিনিতে পৰিয়াল-বন্ধুবৰ্গৰে আলাপ কৰিছে। এই দৃশ্যটোৱে ৰোগগ্ৰস্ত মানুহৰ যন্ত্ৰণাৰে ভৰা এই চিকিৎসালয়ৰ বিষাদময় পৰিবেশৰ মাজতো মোৰ মনৰ ভিতৰখন ক্ষন্তেকৰ বাবে হ'লেও সজীৱ কৰি তোলে। অসুখত ভুগি ৰোৱা আপোন কাৰোবাৰ বাবে এই উদ্বিগ্নতা, ব্যস্ততাৰ মাজতো সংগদান। কিঞ্চিৎ আলাপ এই সকলোবোৰে যেন এটা আলোকৰ আৱৰণ হৈ অসুখৰ যন্ত্ৰণা, বিষাদময়তাক অলপ সময়ৰ বাবে ঢাকি ৰাখে।

তিনিদিন হাস্পতাললৈ অহা নাই। এইকেইদিনত দত্তৰ কিবা উন্নতি হৈছেনে! আৰু আগতে পাটনালৈ নিয়া হ'লে ইমানদিনে কিজানি দত্তই খোজকাঢ়িব পাৰিলেহেঁতেন। তেজেৰে লতুৰি-পুতুৰি হৈ ৰোৱা দত্তৰ ভৰি দুখনলৈ মোৰ হঠাতে মনত পৰিল। অফিচলৈ আহি সদায় যোৱাৰ দৰে সেইদিনাও দত্তই গৈ নিজৰ টেবুলত বহিছিল, ড্ৰয়াৰৰ

তলাটো খুলিম বুলি পকেটত হাত দি দেখে চাবিকোছা নাই ; ছেঃ উলিয়াই লৈছিলোহে, ঘৰতেই থাকি আহিল। দৌৰাদৌৰিকৈ মোৰ ওচৰলৈ আহি কৈছিল— মই স্কুটাৰখন লৈ গৈছোঁ, তিনি মিনিট লাগিব ঘৰৰপৰা লৈ আহিছোঁ। চাবিকোছা আনিবলৈ কেতিয়াও নাপাহৰো, আজি জানো কি হ'ল, একদম পাহৰি গ'লো।'

ক্ষন্তেক পিছতে কোনোবাই উধাতু খাই আহি অফিচত কিবা এটা খবৰ দিছিল। হুৰমুৰকৈ বাহিৰলৈ ওলাই গৈ দেখিছিলো চূৰ্ণ হৈ যোৱা স্কুটাৰখনৰ ওচৰতে তেজৰ ডোঙা এটাত দত্তৰ অচেতন শৰীৰটো পৰি আছে। দুই ভৰিৰ ওপৰেৰে ট্ৰাক এখন পাৰ হৈ গৈছিল। প্ৰথমতে সকলোৱে ভাবিছিলো দত্ত নাবাচিব, তাৰ পিছত আমি ভাবিবলৈ ধৰিলো দত্তৰ দুয়োখন ভৰিয়েই এম্পুট কৰিব লাগিব। অফিচৰপৰায়ে ডোনেচন তুলি দত্তক সকলোৱে মিলি হুইলচেয়াৰ এখন কিনি দিব লাগিব ; ডঃ ভট্টাচাৰ্যীয়ে ক'লে— এম্পুট কৰাৰ দৰ্কাৰ নাই, ঠিক হৈ যাব, মাথোঁ যথেষ্ট সময় ল'ব। তথাপিও মনৰ ভিতৰতে আমি ভাবি ৰ'লো— নাই, এই দুখন ছিগি গুৰি হৈ যোৱা ভৰি দুখনেৰে কেতিযাও খোজকঢাটো সম্ভৱ নহয়।

কৰিড'ৰটো পাৰ হৈয়ে জেনেৰেল ৱাৰ্ডৰ প্ৰথম বেডখন দত্তৰ। যন্ত্ৰণাজৰ্জৰ অলেখ ৰোগীৰে ভৰি ৰোৱা প্ৰকাণ্ড হলটোৰ ভিতৰত দত্তক বিচাৰি সোমাবলগীয়া নহ'ল। বাৰাণ্ডাৰ সিটো মূৰৰ পৰাই মোক দেখি দত্তই চিঞৰিলে— পাৰিছোঁ, চৌধুৰী চাওক, এয়া, এয়া খোজকাঢ়িব পাৰিছোঁ। সঁচাকে, পৰম বিস্ময়েৰে লক্ষ্য কৰিলো উত্তেজনা আৰু আনন্দেৰে উদ্ভাসিত এখন মুখ লৈ ধীৰে ধীৰে চূৰ্ণ হৈ যোৱা সেই দুখন ভৰিৰে মোৰ ফালে এখোজ-দুখোজকৈ দত্ত আগবাঢ়ি আহিছে। চমৎকাৰ।

থিয় হৈয়ে দত্তই ক'বলৈ ধৰিলে— চৌধুৰী, আপোনালোক সকলোৱেতো ধৰি লৈছিল মোৰ ভৰি দুখন গ'ল বুলি। মই কিন্তু মনে মনে প্ৰতিজ্ঞা কৰিছিলোঁ ভৰি দুখন যাব দিব নোৱাৰি। গতি মই ঘূৰাই আনিবই লাগিব। ফিজিওথেৰাপীয়ে বেছ কাম দিছে। ফিজিওথেৰাপী বস্তুটোৱেই তেনেকুৱা। নিয়মীয়াকৈ, দিনৰ পিছত দিন ধৰি চেষ্টা চলাই যাব লাগিব। আজি ড° ভট্টাচাৰ্যীয়ে কি ক'লে জানে— বোলে, দত্ত, আপোনাৰ উইল পাৱাৰ কিন্তু মানি গৈছো। ইমান সোনকালে আপুনি খোজকাঢ়িব পাৰিব বুলি ভবাই নাছিলো।

## পাঁচ

এতিয়াহে মোৰ চকুত পৰিল বাৰাণ্ডাৰ এইটো মূৰৰ পেয়িং কেবিনটোৰ সম্মুখত ভিজিটৰ্চৰ কোনো ভিৰ নাই। ছোৱালীজনীৰ কি হ'ল! দত্তৰ ফালে মুখ কৰি কৌতূহলেৰে সুধিলো, ছোৱালীজনী? যোৱা কেইটামান দিন ধৰি হাস্পতালখনৰ কেন্দ্ৰবিন্দু হৈ পৰিছিল এজনী বাৰ-তেৰ বছৰীয়া ছোৱালী ; কোনো এক আকস্মিক আঘাতত পেটৰ ভিতৰৰ ক'ৰবাত ৰক্তক্ষৰণ হৈ সংকটপূৰ্ণ অৱস্থাৰ সৃষ্টি কৰিছিল।

ততাতৈয়াকৈ মেজৰ অপাৰেশ্বন কৰিবলগীয়া হৈছিল ; তেতিয়াও ছোৱালীজনী এনেচ্‌থেচিয়াত আছিল। অপাৰেশ্বন শেষ হোৱাত কি এটা দুৰ্যোগৰ বাবে চাৰি-পাঁচ মিনিটৰ বাবে ছোৱালীজনীৰ উশাহ বন্ধ হৈ গৈছিল। ততাতৈয়াকৈ কৃত্ৰিম উপায়েৰে হৃৎপিণ্ড স্পন্দিত কৰি তোলা হৈছিল। ছোৱালীজনীৰ মুখত এটা যন্ত্ৰৰ জৰিয়তে অক্সিজেনৰ চিলিণ্ডাৰ সংযোগ কৰি দিয়া হৈছিল। মুখৰ ওচৰত ৰাবাৰৰ মোনা এখন নিয়মিত সময়ৰ অন্তৰে অন্তৰে হিচ হিচ শব্দ কৰি উঠা-নামা কৰিছিল। ছোৱালীজনীক লৈ গোটেই হাস্পতালখনতে এটা উত্তেজনাৰ সৃষ্টি হৈছিল, ছি ইজ অলৰেডী দেড ; তাইৰ মৃত্যু হোৱা বুলিয়েই ক'ব লাগিব। মাথোঁ যন্ত্ৰৰ সহায়ত তাইৰ হৃৎপিণ্ডটো সক্ৰিয় কৰি ৰখা হৈছে। প্ৰপাৰ ইমিউনাইজেশ্বনৰ জৰিয়তে তাইক অনিৰ্দিষ্ট কালৰ বাবে জীয়াই ৰাখিব পৰা যাব— লাইক ভেজিটেবল। ডাক্তৰৰ মুখৰ কথাৰপৰা জটিল কথাবোৰ বাগৰি আহি সহজ ৰূপত সকলোৰে মুখে মুখে হৈছিল, যন্ত্ৰৰ জৰিয়তে জীয়াই ৰখা এজনী ছোৱালীৰ মৃত-শৰীৰটো চাবলৈ প্ৰতিদিনে কেবিনৰ সন্মুখত চিনাকি-অচিনাকি বহুতো মানুহৰ ভিৰ হৈছিল।'

আজি কোনো মানুহৰ ভিৰ নাই আৰু গোটেই পৰিবেশটোকে জয়াল কৰি তোলা সেই ৰাবাৰৰ মোনাৰ হিচ হিচ শব্দটোও ভাহি অহা নাই। পুনৰ সুধিলো দত্তক— ছোৱালীজনী?

এটা অন্তৰংগ বিষাদৰ ছায়া খেলি গ'ল দত্তৰ মুখত। দত্তই ক'লে, কালি পৰিয়ালবৰ্গৰ সৈতে কথা পাতি ডঃ ভট্টাচাৰ্যীয়ে এটা কঠিন সিদ্ধান্ত ল'লে। ভীষণ ট্ৰেজেদী।

— কি সিদ্ধান্ত ল'লে?

— অক্সিজেনৰ পাইপডাল খুলি দিয়াৰ সিদ্ধান্ত।

— মাই গড্! দেউতাক কিদৰে সন্মত হ'ল?

— উপায় নাছিল। ছি ৱাজ অলৰেডী দে'ড। মৃত শৰীৰ এটাক কৃত্ৰিম উপায়েৰে জীয়াই ৰখাৰ প্ৰচেষ্টা কৰি কি লাভ। চৌধুৰী, এই হাস্পতালত এইকেইদিন থাকি কিন্তু বহুত অভিজ্ঞতা হ'ল। মৃত্যু কি, জীৱন কি জানিলো। যোৱাৰ যেতিয়া সময় হ'ব যাবই। তুমি ধৰি ৰাখিব নোৱাৰা।

অবচেতন হৈ পৰি ৰোৱা ছোৱালীজনীৰ ভাৱলেশহীন মুখখনৰ কথা মনলৈ আহিল। ডাক্তৰে কোৱা শুনিছিলো এনে কৃত্ৰিম উপায়েৰে ভেজিটেবলৰ দৰে কোনো কোনো ৰোগীৰ হৃৎপিণ্ড কেবাবছৰলৈও সক্ৰিয় কৰি ৰাখিব পাৰি। এটা মৃত শৰীৰৰ ভিতৰত এটা হৃৎপিণ্ড জীয়াই ৰখাৰ এটা অৰ্থহীন প্ৰয়াস। মৃত্যু যেতিয়া আহে তাক স্বীকাৰ কৰিবই লাগিব। উপায় নাই। ছোৱালীজনীৰ মমৰ দৰে স্থিৰ মুখখনে মোৰ ভাববোৰ যেন ক্ষন্তেকৰ বাবে খেলিমেলি কৰি দিলে। মনটো গধুৰ গধুৰ লাগিল।

## ছয়

দত্তৰপৰা বিদায় লৈ অহাৰ সময়তো মোৰ দুচকুৰ সন্মুখত ছোৱালীজনীৰ মুখখন ওলমি থাকিল ; কাণৰ কাষত যেন সেই ৰাবাৰৰ হিচ হিচ শব্দ। কৰিডৰৰ পৰা ওলাই অহাৰ মূৰতে দেখিলো বাৰাণ্ডাত মানুহৰ জুম এটা, অলপ আঁতৰত মাৰুতি গাড়ী এখনৰ পৰা দাংকোলা কৰি যুৱক এজনক লৈ আহিছে। পোছাক-পৰিচ্ছদত বিত্তশালী ঘৰৰ ল'ৰা যেন লাগিল। খুন-জখমৰ তেনে কোনো চিন চকুত নপৰিল। বাৰাণ্ডাত জুম বান্ধি থকা কেবাজনেও দেখিছোঁ ল'ৰাজনক চিনি পায়। কোনোবা এজনে কৈ আছে, মজুমদাৰৰ ল'ৰা। দিল্লীত ইঞ্জিনীয়াৰিং পঢ়ি আছিল। ড্ৰাগ-এডিক্ট হ'ল। সিদিনা এটা আচৰিত কথা শুনিলো ল'ৰাজনৰ বিষয়ে।

— কি? কি?

কৌতূহলী কেবাজনেও একেলগে প্ৰশ্ন কৰিলে। মাতটো যথাসম্ভৱ সৰু কৰি ক'লেও কথাখিনি মোৰ কাণত আহিও পৰিল— আজিকালি বোলে ড্ৰাগছে কাম নিদিয়ে। সাপৰ ছোবল খায়।

— সাপৰ ছোবল?

— ষ্টেশ্বনৰ ওচৰত বাবা এজন আছে। ভণ্ড। সাপ পুহিছে। এই ল'ৰাজনো তাৈলৈ যায়। ভৰিত সাপক খোট মাৰিব দিয়ে, তেতিয়াহে বোলে সাপৰ বিষত নিচা হয়। প্ৰতিটো খোটত বাবাই বিশ টকা লয়।

নিজকে এখন অদ্ভুত পৃথিৱীৰ মুখামুখি হোৱা যেন লাগিল। মোৰ নিচেই কাষেৰে লৈ যোৱা কোমল বয়সৰ ল'ৰাজনৰ মুখলৈ চালো। পিছে পিছে সন্তৰ নিয়ন্ত্ৰিত উদ্বেগেৰে সেয়া ল'ৰাজনক মাক-দেউতাক , কিহৰ বাবে এনে বয়সৰ ল'ৰা এজনে সৰ্পদংশন অথবা ড্ৰাগছৰ দৰে চৰম আত্মনিপীড়নৰ প্ৰতি আকৰ্ষিত হয়? মাক দেউতাকৰ স্নেহৰ অভাৱ নে নিচাৰ প্ৰতি এক সাধাৰণ আকৰ্ষণ? ল'ৰাজনে চাগে' প্ৰবল আকুলতাৰে কিবা এটা বিচাৰি আছে, পোৱা নাই, অথবা কিবা এটা কিজানি তাৰ হেৰাই গৈছে। পোৱাৰ কোনো আশা নাই ; মনৰ এনে কোনো ভংগুৰ অৱস্থাতে চাগে' মানুহ আত্মনিপীড়নৰ বাবে প্ৰৰোচিত হয়।

হাস্পতালৰপৰা ওলাই অহাৰ সময়ত বাবাই পুহি ৰখা সাপটো মোৰ দুচকুৰ সন্মুখত নাচি থাকিল। শূন্যতে কুণ্ডলী পকাই ওপঙি থকা কজলা বৰণৰ সাপটোৰ তিৰবিৰ চকু দুটাৰ সন্মোহনে মোক ধীৰে ধীৰে আচ্ছন্ন কৰি দিলে। অমি হেৰাই যাব নেকি? অমি? বুকুৰ ভিতৰৰপৰা হঠাতে ওলাই আহিব খোজা যন্ত্ৰণাৰ ৰিণ ৰিণ শব্দটো দমাই ৰাখিবৰ বাবে মোক তাতোকৈ শক্তিশালী এক ভয়ংকৰ যন্ত্ৰণাৰ প্ৰয়োজন। তিৰবিৰাই থকা সাপটোৱে যদি মোক এবাৰ খুটিলেহেঁতেন!

## সাত

দুৱাৰ খুলি দিলে ৰত্নাই। ক'লা-বগা টিভিটোৰ ওচৰৰপৰা দুৱাৰৰ টোকৰ শুনি তাই দৌৰ মাৰি উঠি আহিছে। তাইৰ ফালে নোচোৱাকৈয়ে মই সুধিলো, বাইদেউ নাই নেকি? নাই ক'ৰবালৈ ওলাই গৈছে। কৈ যোৱা নাই। ভয়ে ভয়ে মই ৰত্নাৰ মুখলৈ চালো, মোৰ দুচকুৰ আহত দৃষ্টি তাই চিনি পালে নেকি। আকাশৰ নীলাভ শূন্যতালৈ সেয়া অমি গৈ আছে। অমি আৰু মই আগতে ৰ'দ আৰু গানেৰে ভৰা একেখন পৃথিৱীতে আছিলো ; এতিয়া দুখন পৃথিৱী হ'ল— এখনত অমি আৰু আনুষংগিংক, আনখনত মই আৰু মোৰ নিঃসংগতা।

বুকুৰ ভিতৰৰপৰা সেই ৰিণ ৰিণ শব্দটো পুনৰ ওপৰলৈ উঠি আহিব লাগিছে। মই ৰত্নাৰ ওচৰত এতিয়া কিজনি ধৰা পৰি যাম। এই যেন প্ৰথমবাৰৰ বাবে মই তাইৰ মুখলৈ চাইছোঁ। তেনে এক দৃষ্টিৰে তাইলৈ চালো। তিৰবিৰাই থকা চকুহালিৰপৰা কজলবৰণৰ সাপটো ওলাই আহিছে ; তাইৰ পূৰঠ মুখত শালমইনা এটা, তাৰে ওপৰত সাপটোৱে কুণ্ডলী পকাই মোৰ ফালে চাই বহি ৰ'ল। কিহৰ বাবে সেই কোমল বয়সৰ ল'ৰাটোৱে বাৰু ভৰিত সাপক খোট মাৰিব দিছিল? প্ৰেমহীনতাৰ যন্ত্ৰণাই যেন মোক তীব্ৰতম অন্য এক যন্ত্ৰণাৰ ওচৰত আত্মসমৰ্পণৰ বাবে প্ৰৰোচিত কৰিলে। তিলতিল যন্ত্ৰণাৰে মই এতিয়া মোক হত্যা কৰিম। অমি। মোক বচোৱা, অমি। মোৰ আৰু অমিৰ মাজত বেছ দ্ৰুততাৰে দূৰত্ব বাঢ়ি আহিছে, আকাশৰ নীলাত ধীৰে ধীৰে মিহলি হৈ যাব লাগিছে অমিৰ শৰীৰ।

হঠাতে মোৰ হেৰাই যোৱা সেই কাগজখনৰ কথা মনত পৰিল। কি ঠিক হয়তো ঘৰতে ক'ৰবাত থাকিব পাৰে। কাগজখনৰ কথা মনলৈ অহাৰ লগে লগে শালমইনাটোৰ ওপৰত কুণ্ডলী পকাই বহি ৰোৱা সাপটো সুৰসুৰকৈ ৰত্নাৰ চকুৰে ভিতৰলৈ সোমাই গ'ল। মই বেডৰুমত সোমাই এচুকত থকা কাঠৰ আলমিৰাটো খুলি দিলো। থাকিলে ইয়াতেই হয়তো কাগজখন থাকিব। এখন এখনকৈ জাপি থোৱা কাপোৰবোৰ মই নমালো। মই প্ৰথম দেখাৰ দিনা পিন্ধা নীলা ৰঙৰ ফেড হৈ যোৱা শাৰীখন দেখিছোঁ। অমিয়ে এতিয়াও বেছ সযতনে সাঁচি ৰাখিছে। শাৰীখন হাতত তুলি লোৱাৰ লগে লগে কাগজ এখন টুপকৈ তলত সৰি পৰিল। এইখনেই মই বিচাৰি আছিলো নেকি? খুলি চাই দেখো কতদিন আগতে অমিয়ে মোলৈ লিখা সেই প্ৰথম চিঠিখন। বুকুৰ ভিতৰখন হঠাতে অজস্ৰ নুপূৰৰ ৰুণুজুনু ধ্বনিৰে মুখৰিত হৈ উঠিল। ❑

## 'দিনেশ গোস্বামী'

## নিস্পৃহ

নিৰ্মালি। নিৰ্মালি।

—কোঠাটোৰ সৰ্বনাশী নীৰৱতা ভেদ কৰি প্ৰাঞ্জলৰ ওঠৰ পৰা এই অনুচ্চাৰিত শব্দ দুটা কঁপি কঁপি উঠি আহি নিৰ্মালিৰ বুকুৰ কোনোবাখিনিত যেন খুচি দিছে। এক অনিশ্চয মুহূৰ্তৰ বাবে নিৰ্মালিৰ ভুল হৈ যাব খুজিছে— প্ৰাঞ্জলে বাৰু তাইৰ এই উচুপনি সহ্য কৰিব নোৱাৰি সঁচাকৈয়ে বাধা দি চিঞৰি উঠিছে নেকি? কিন্তু নাই। বাৰে বাৰে নিৰ্মালিযে বৈ বৈ উচুপি উঠিছে, তলৰ ওঠ দুটা তাই কামুৰি ধৰিছে, 'নাই নাই নাই' এনে ভংগীত মূৰটো জোকাৰি উঠিছে, —অথচ প্ৰাঞ্জল সেই একেই নিৰ্বিকাৰ নিৰলস অনুদ্বিগ্ন হৈ ৰিভলভিং টুলখনত বহি অনুভূমিক দৃষ্টিৰে অসীমলৈ চাই আছে। তাৰ চকুৰ দুৰ্বল পিৰিকণিবোৰলৈ আৰু তাৰ দুহাতৰ আঙুলিৰে শূন্যতে বজোৱা তাললৈ লক্ষ্য নকৰিলে তাক সহজেই শিলৰ মূৰ্তি বুলি ভুল কৰিব পাৰি। প্ৰাঞ্জলৰ সেই বুদ্ধিদীপ্ত তীব্ৰ চকুহালিৰ সকলো অনুসন্ধিৎসা ক'ৰবাত যেন হেৰাই গৈছে, চঞ্চল প্ৰাণোচ্ছল প্ৰাঞ্জল এতিয়া স্থবিৰ প্ৰশান্ত হৈ পৰিছে।

—প্ৰাঞ্জল, এই প্ৰাঞ্জল। —নিৰ্মালিয়ে প্ৰাঞ্জলৰ মুখৰ ওচৰলৈ মুখখন নি সৰু সৰুকৈ মাতিলে। প্ৰাঞ্জলে যেন শুনাই নাই। মুখত সেই বেঙা-বেঙা, অজলা-অজলা হাঁহি এটা লৈ সি আগৰ দৰে শূন্যতে তবলা বজাই থাকিল। নিৰ্মালিৰ আৰু সহ্য নহ'ল। তাই প্ৰায় পাগলীৰ দৰে জপিযাই পৰি প্ৰাঞ্জলৰ গাৰপৰা বগা এপ্ৰনখন টান মাৰি খুলি আনি দুহাতেৰে সেইখন মুখত হেঁচি ধৰি ফেকুৰি উঠিল।

যিমানেই গভীৰ দুখত মানুহে নাকান্দক কিয়, এটা সময়ত সেই দুখৰ পৰা খেলিমেলি চিন্তাবোৰে মনটোক আঁতৰাই নি নি ক'ৰবাত বুৰাই দিয়ে আৰু মানুহে তেতিয়া কান্দিবলৈ এৰি থম্‌থম্‌কৈ বহি থাকে। এই কথা সৰুৰেপৰাই নিৰ্মালিয়ে লক্ষ্য কৰি আহিছে। চিনেমাৰ সচৰাচৰ ফ্লেশ্চ বেকৰ দৰে ঘূৰি ঘূৰি পুনৰ্বাৰ পুৰণি দৃশ্যবোৰ কেতিয়া তাই পাগুলিবলৈ আৰম্ভ কৰি দিলে আৰু কেতিয়া উচুপিবলৈ এৰি চিনেমা চাই মোহাবিষ্ট হৈ থম্‌থম্‌কৈ বহি থাকিল সেই কথালৈ নিৰ্মালিৰ খেয়াল নাথাকিল।

বহলকৈ চকু মেলি নিৰ্মালিয়ে খোলা খিৰিকিৰে সমুখৰ খালী ঠাইখিনিলৈ চাই থাকিল, য'ত বহি প্ৰাঞ্জল আৰু তাই যোৱা তিনিটা বছৰত বিজ্ঞানাগাৰৰ কামৰ মাজৰ বহুতো আজৰিপৰ কটাই দিছে। প্ৰাঞ্জল দত্তৰ মাকৰ নামেৰে দিয়া এই শকুন্তলা সত্যানুসন্ধান কেন্দ্ৰৰ বহু ব্যস্ত ঘণ্টাৰ কামৰ পাছত পুৱাৰ নিয়ৰ-কুঁৱলীত, দুপৰৰ মিঠা ছাঁত, নাইবা সন্ধিয়াৰ হেঙুলী পোহৰত দুয়ো তাত বহু নিবিড় মুহূৰ্ত কটাই দিছে। তাই ইয়ালৈ অহাৰ দিনাৰ পৰা এতিয়ালৈ গোটেই চিনেমা স্ক্ৰিপ্টখন বাৰু তাই পাগুলি পেলাব নেকি? অকলে? —এৰা আজি আৰু সহায় কৰি দিবলৈ প্ৰাঞ্জল নাই। প্ৰাঞ্জলে ধেমালিতে 'ৰেছিছ' নাম দিয়া সেই খোলা ঠাইখিনিতে বহি নিৰ্মালিয়ে যেতিয়া ইয়ালৈ অহাৰ দিনাৰ পৰা বৰ্তমানলৈকে টুকুৰা-টুকুৰ ঘটনাবোৰৰ ফ্লেশ্চ্ বেক দি যায়, তেতিয়া প্ৰাঞ্জলে খুটি-নাটিবোৰ যোগ দি যায়, যেন এটা নাৰীকণ্ঠ আৰু এটা পুৰুষ কণ্ঠই অনাতাঁৰ কেন্দ্ৰৰ পৰা কোনো ঘটনাৰ ধাৰা-বিবৰণীহে দি গৈছে।

—মই যেতিয়া শকুন্তলা সত্যানুসন্ধান কেন্দ্ৰৰ চাকৰি প্ৰাৰ্থী হৈ সাক্ষাৎকাৰৰ বাবে ইয়ালৈ সোমাই আহোঁ ভাব হৈছিল—

নিৰ্মালিয়ে বাক্যটো সম্পূৰ্ণ কৰাৰ আগতে পুৰুষ কণ্ঠই যোগ দিয়ে— ভাব হৈছিল ভব্য-গব্য বিজ্ঞানী এদল বহি থাকিব, চকুত চশমা, থুতৰিত দাড়ি, গাত ক'লা কোট আৰু ডিঙিত ৰঙা টাই, নহয় জানো?

—সঁচাই ভাই। কিন্তু আহি দেখিলোঁ তোমাৰ 'ৰেছিছ'ত হেলনীয়া চকীখনত গাটো এৰি দি এজন ধুনীয়া ডেকা ল'ৰা ভাব-সাগৰৰ গভীৰ তলিত বুৰি আছে।

—এজনী দীপ্‌লিপ সপোন-ৰাণী যে সমুখত উপস্থিত তালৈ তাৰ খেয়ালেই নাই। —প্ৰাঞ্জলে যোগ দিয়ে।

তাৰ পাছত সেই বিশেষ সাক্ষাৎকাৰৰ দৃশ্যটোৰ বৰ্ণনা আৰম্ভ হয়।

—তেনেহলে নিৰ্মালি দেৱী আমি বিজ্ঞাপনত দিয়া আচল কথাটোলৈ আহোঁ— আপোনাৰ সঁচাই কিবা দুখ আছে? —প্ৰাঞ্জলে যেন নিৰ্মালিৰ মুখখন পঢ়িহে চাব খুজিছে।

—দুখ? নাই নাই নাই। দুখবোৰ বৰ আপেক্ষিক বস্তু। —এই বুলি উত্তৰ দি দুখৰ বিষয়ে এটা দাৰ্শনিক ব্যাখ্যা দিব পৰা হ'লেই সিদিনা নিৰ্মালি দেৱী বেছি সুখী হ'লহেঁতেন। কিন্তু প্ৰাঞ্জল দত্তৰ মুখৰ সেই শিশুসুলভ সৰলতা আৰু বিজ্ঞানীসুলভ সততাক তাই নেওচি যাব নোৱাৰিলে। তদুপৰি, দুখেই যদি নাই তাই ইয়ালৈ আহিছে কিয়? 'দৈনিক প্ৰহৰী'ৰ শেষ পৃষ্ঠাত অধিক ক'লা ডাঠ আখৰেৰে চকুত পৰাকৈ দিয়া সৰু বিজ্ঞাপন খনতো স্পষ্টভাৱেই কৈ দিয়া আছিল— প্ৰাৰ্থী বিজ্ঞানৰ ছাত্ৰী, অবিবাহিতা হ'ব লাগিব, তেওঁৰ ব্যক্তিগত দুখৰ অভিজ্ঞতা আৰু জীৱনৰ প্ৰতি গভীৰ

বোধ থাকিব লাগিব। বিজ্ঞাপনখনৰ ভাষা দেখি বিজ্ঞান গৱেষণাগাৰৰ বিজ্ঞাপন বুলি ভবাতকৈ তাক কোনোবা নতুন সাহিত্য-আলোচনীৰ সহকাৰী সম্পাদিকা বিচৰা বিজ্ঞাপন বুলিহে ভবাৰ থল আছিল। দুটা বছৰে সজল-সেমেকা হৈ থকা নির্মালি দেৱীৰ চকু দুটাতো যেন হাঁহি খেলি গৈছিল— মানুহৰ কি অভিজ্ঞতায়েই যে কামত নালাগে! —বহুদিনৰ মূৰত তাই আকৌ বুকুফালি ওলাই অহা কান্দোনটোক বাধা দি ৰাখিব নোৱাৰিলে। গাৰুটোত মুখ গুজি ফেঁকুৰি-ফেঁকুৰি কন্দা তাইৰ চুলিৰ মাজেৰে হাত বুলাই দি আঠ বছৰীয়া শলিতাই তাইক কৈছিল।

—বাইদেউ, তুমি নাকান্দো বুলি কৈছিলা নহয় বাইদেউ। আৰু নাকান্দিবা। নহ'লে ময়ো কান্দি দিম।

যোৱা দুবছৰৰ পৰা একেলগে মা, ভনী, অভিভাবিকা আৰু আশ্রয় হৈ পৰা শলিতাক ওচৰ চপাই আনি নির্মালিয়ে ফেঁকুৰি ফেঁকুৰিয়েই কৈছিল— নাই নাই শলিতা, মই আৰু নাকান্দো। এয়া চা মই হাঁহি দিলোঁ। এয়া— হিঃ হিঃ।

শলিতাই তাইৰ চকুপানীবোৰ মচি দি কৈছিল— তুমি যে কি আৰু বাইদেউ, মোৰ কিবা দেউতা-মা-দাদা ঢুকোৱা নাই নেকি? মই দেখোন নাকান্দোৱেই। তুমি কিন্তু একদম বেলেগ। হাঁহিলেও তোমাৰ চকুপানীয়েই ওলাই থাকে।

শলিতাৰ কথা বাৰু বুজিলোঁ—নিবিষ্টচিত্তে শুনি থকাৰেপৰাই প্রাঞ্জল দত্তই মাত দিলে— আপোনাৰ নিজা কথাখিনি বুজাই কওক মিছ দেবী।

এতিয়া সেইবোৰ কথা ভাবিলে নির্মালিৰ হাঁহি উঠি যাব খোজে, সেয়া বাৰু চাকৰি প্রার্থীৰ সাক্ষাৎকাৰ আছিল নে দুটা ক্রন্দনশীল জীৱৰ হিয়াৰ অনুনাদ আছিল। নহ'লে বাৰু অকল নির্মালিৰ জীৱনবোধৰ উমান লৈয়েই ক্ষান্ত নাথাকি প্রাঞ্জলে কিয় তাৰ নিজৰ জীৱনৰ গল্পও কৈ গৈছিল?

প্রাঞ্জলে কৈছিল— চাব নির্মালি দেবী। মই এটা এটাকৈ কটাকটি কৰি ছব শেষ কৰি পেলাম। স্কুলীয়া ল'ৰাৰ হৰ-লবৰ অংক এটাত আপুনি লবত বহি লওক, মই বহোঁ হৰত। হৰ আৰু লব পুৰা কটা-কটি গ'লে উত্তৰ কিমান হয়?

—এক। —বিজ্ঞানৰ ছাত্রী নির্মালিৰ বাবে উত্তৰটো মুখস্থ আছিল কিন্তু তাৰ অনুভূতি গভীৰভাৱে উপলব্ধি কৰোঁতে নির্মালিৰ তিনিটা বছৰ পাৰ হৈ গৈছে। নির্মালিয়ে পাছত নিজকে নিজে কৈছে, কটাকটি কৰি 'এক' উত্তৰ উলিয়াওঁতে বহু সময় লাগি গ'ল ; কিন্তু এতিয়া হৰ আৰু লব কটাকটি গৈ একেবাৰে এক হৈ পৰিছে, বেলেগ উত্তৰ হোৱাৰ আৰু কোনো সাধ্য নাই।

নির্মালিয়ে বাৰু এই ফ্লেশ্চ বেকখিনি সুসংবদ্ধ সাৱলীল গতিত মনলৈ আনিব পৰা নাই কিয়? নে তাই খৰখেদাকৈ স্ক্রিপ্টখনৰ পাত লুটিয়াই গৈছে আৰু মাজে মাজে

দুই এটা পাতত হঠাতে অকমান মনোযোগ দিছে? হঠাতে কেতিয়াবা তাই জাপ মাৰি বহু আগৰ ৰাতি এটা লুটিয়াই চাইছে? সচৰাচৰ চিনেমাৰ নিয়ম নামানি মাজতেই একোবাৰ তাই বৰ্তমানলৈ উভতি আহিছে?

শকুন্তলা সত্যানুসন্ধান কেন্দ্ৰৰ স্বত্বাধিকাৰী আৰু প্ৰতিষ্ঠাতা বিজ্ঞানী প্ৰাঞ্জল দত্তই তেওঁৰ উকা দৃষ্টি শূন্যত এৰি দি গুণগুণাই এটা সুৰ তুলিছে। এইজন প্ৰাঞ্জল দত্তৰ কোনো আসক্তি, কোনো স্পৃহা নাই। তেওঁ সংসাৰৰ সকলোৰে উৰ্দ্ধত, নিৰাসক্ত আৰু নিস্পৃহ। অথচ পুৱাৰ সেই সৰ্বনাশী মুহূৰ্তৰ আগলৈকে এইজন প্ৰাঞ্জলে জীৱনৰ গভীৰ দুখৰ অবাৰিত আবেগেৰে হিয়াধুনি কান্দিছিল, এইজন প্ৰাঞ্জলেই জীৱনৰ আনন্দৰ চঞ্চল-চপলতাৰে হাঁহিৰ হিল্লোল তুলিছিল।

সমুখৰ ধুঁৱলী-কুঁৱলী ভাৱটো আঁতৰি গৈ এটা দৃশ্য আকৌ নিৰ্মালিৰ চকুৰ আগত স্পষ্ট হৈ পৰিল।

সাক্ষাৎকাৰৰ আড়ষ্টতা শেষ হোৱাৰ পাছত ডিঙিটো পৰিষ্কাৰ কৰি নিৰ্মালিয়ে প্ৰাঞ্জলক পোনে পোনেই সুধি পেলাইছিল— চাকৰিটো পাম বুলি বাৰু বুজিলোঁ। কিন্তু আপোনাৰ বিজ্ঞানাগাৰত কেনে ধৰণৰ কাম হয় সেয়া নাজানিলোঁ। তদুপৰি আপোনাৰ এই বিশেষ বিজ্ঞাপনৰ কথাটোও নুবুজিলোঁ। মানে, এই যে দুখৰ অভিজ্ঞতা আৰু বোধ—

পোনে পোনেই আপুনিৰ পৰা তুমি কৰি প্ৰাঞ্জলে কৈছিল— সকলো বুজিবা নিৰ্মালি। ব'লা চাকৰিত জইন কৰা আৰু চাৰ্জ বুজি লোৱা।

—এতিয়া, এই গধূলি?

—ওঁ, এতিয়াই। —হেলনীয়া চকীখনৰ পৰা একেজাপেই উঠি প্ৰাঞ্জল বিজ্ঞানাগাৰৰ ফালে আগ বাঢ়িছিল। ভিতৰখন আন্ধাৰ। কম পোহৰৰ লাইট এটা জ্বলাই আগে আগে প্ৰাঞ্জল আৰু পিছে পিছে নিৰ্মালি সোমাই গৈছিল।

ভয় কৰিবলৈ নিৰ্মালিৰ একো নাছিল। তাইৰ হেৰুৱাবলৈয়ে বা কি আছে, পাবলৈয়ে বা কি আছে? এই সমস্ত কথাকেইতো সাক্ষাৎকাৰত প্ৰাঞ্জলক কৈ দিয়া হৈছে। শলিতাৰ জীৱনৰ সেই মৰ্মন্তুদ দৃশ্যৰো বিশদ বৰ্ণনা দিয়া হৈছে।

দুপৰীয়া শলিতাই আগফাল-পিছফাল কৰি উচপিচাই আছিল। মাকহঁত কেতিয়াবাই আহি পাব লাগিছিল দেখোন। কিন্তু অলপ পাছত এখন এম্বুলেন্স সোমাই অহা দেখি তাইৰ বাৰু স্ফূৰ্তিয়েই লাগিছিল নেকি? ওচৰৰ দাদা দুজনমানে ধৰা ধৰিকৈ বগা কাপোৰেৰে ঢাকি অনা শ কেইটা নমাইছিল। মানুহে জুম বান্ধিছিল। সকলোৰে কন্দা দেখি শলিতায়ো কান্দিছিল।

নিৰ্মালিহঁতে শলিতাক আশ্ৰয় দিছিল। তাৰ কিছুদিনৰ আগতে মাথোন নিৰ্মালিৰ দুজনী গাভৰু ভনীয়েক একেলগে পানীত পৰি ঢুকাইছে। কান্দি কান্দি কান্দিব নোৱাৰা

হৈ যোৱাৰ পাছত নির্মালিয়ে আকৌ তাইৰ দৈনন্দিন শিক্ষয়িত্রীৰ জীৱন মানি লৈছিল। কিন্তু নির্মালি স্কুললৈ ওলাই যোৱাৰ পাছত মাকে দিনৰ দিনটো শিলামূর্তিৰ দৰে এঠাইতে বহি কটাই দিছিল। খোৱা-পিন্ধাৰ অদৰ্কাৰী চিন্তাবোৰে তেওঁক ঢুকি পোৱা নাছিল।

—তাৰ পাছত— ?

—তাৰ পাছতো আৰু আছে দত্ত। —নির্মালিয়ে লক্ষ্য কৰি পেলাইছে যে এয়া সাক্ষাৎকাৰ নহয়, এয়া জীৱনক বুজাৰ গভীৰ প্ৰয়াস। কৈ কৈ তাইৰ যেন বুকুখন পাতল লাগি আহিছে। কাৰণ, প্ৰাঞ্জল দত্তৰ চকুত ক'তো পুতৌৰ দৃষ্টি নাই। পুতৌ তাই নিবিচাৰে।

আন কোনোবা ছোৱালীৰ জীৱনৰ সাধু কোৱাৰ দৰে নির্মালিয়ে কৈ গ'ল। চুবুৰীৰে ডাক্তৰ, সৰু কালৰেপৰাই খেলা-ধূলাৰ সংগী ডাঃ দিগন্ত শৰ্মাৰ লগত তাইৰ বিয়া হ'ব, সেই কথা সকলোৱে জানিছিল। দিগন্তৰ পৰিয়াল বা তাইৰ মাক কাৰো আপত্তি নাছিল। দিগন্তৰ ভায়েকহঁতে তাইক নবৌ বুলি জোকাইছিলেই। বিয়াৰ দিনো ঠিক হৈছিল। কি যে নাচি দিওঁ নাচি দিওঁ যেন মন। এনেতে নির্মালিৰ ভনীয়েক দুজনী মৰি থাকিল! তাৰ বহুদিন পাছত দ্বিতীয় বাৰ ঠিক কৰা বিয়াৰ তাৰিখ আহি পৰাৰ এসপ্তাহ আগতে, নার্চ এগৰাকীক বিয়া কৰাই দিগন্ত আন এখন চহৰলৈ গুচি গ'ল।

ঘটনা প্ৰবাহৰ বৰ্ণনাই নির্মালিক এনে এটা পৰ্য্যায়ত উপনীত কৰালে যে এতিয়া আৰু ৰৈ যোৱাৰ কোনো আৱশ্যক বা উপায় নাই। তাই কৈ গ'ল— সহানুভূতি জনাবলৈ বা পুতৌ দেখুৱাবলৈ বহু মানুহ আছিল। শেষত আছিল দিগন্তৰ সহপাঠী বন্ধু চুবুৰীয়া ডাক্তৰ প্ৰণৱ কাকতি। শেষত আহি তেওঁ কিন্তু শেষলৈ থাকি গ'ল। ফিজ নোহোৱাকৈয়ে তাইৰ মাকৰ চিকিৎসা কৰিলে।

নাখাই-নুশুই নির্মালিৰ মাকৰ শৰীৰত তেজ-পানী কমি গৈছিল। এদিন মাজৰাতি মাক অজ্ঞান হৈ পৰিল। কিবা চিন্তা কৰিব পৰাৰ আগতেই নির্মালিয়ে হেপাই-ফোপাই প্ৰণৱৰ দুৱাৰত অস্থিৰ আঘাত কৰিলে। চকু-মুখ মোহাৰি উঠি অহা প্ৰণৱে বেগটো লৈ নির্মালিৰ পিছে পিছে সিহঁতৰ ঘৰলৈ দৌৰিলে।

তাৰ পাছত সেই ৰাতিয়েই, —কোনো আবেগ নসনাকৈ নির্মালিয়ে চুটিকৈ কলে, —তেওঁ ইমানদিনে মাক চিকিৎসা কৰাৰ ফিজ, ইমানদিনে আমাক সহানুভূতি দেখুৱাৰ ফিজ মোৰপৰা জোৰকৈ আদায় কৰি ল'লে। সেই ৰাতিয়েই মা ঢুকাল। পিছদিনা পুৱা শলিতা আমাৰ ঘৰলৈ আহিল।

তেওঁ যে হাঁহিবও জানে সেই কথাৰ প্ৰমাণ দিবলৈয়ে বোধহয় প্ৰাঞ্জলে এটা হাঁহি মাৰিলে। গধূলিৰ দুৰ্বল পোহৰে তেওঁৰ হাঁহিটো শেঁতা কৰি তুলিলে, শীতৰ নিয়াৰে তেওঁৰ হাঁহিটো সেমেকাই চেঁচা কৰি দিলে।

—তেনেহ'লে হৰৰ সংখ্যাকেইটা বহুৱাই একেবাৰে অংকটো সৰল কৰি পেলোৱা যাওক। প্ৰাঞ্জলে চুটি চুটিকৈ, বাতৰি কাকতৰ বাতৰি খৰখেদাকৈ পঢ়াৰ দৰে, দুই এটা ঘটনা কৈ গ'ল।

ককায়কেৰ লগত ভাড়াঘৰ এটাৰ এটা পাৰ্টত থাকি এম, এছ, চি, পঢ়া প্ৰাঞ্জলৰ প্ৰেয়সীয়ে (নাম জানি তোমাৰ কোনো লাভ নাই নিৰ্মালি) সিটো পাৰ্টত থকা ডেকা এজনৰ প্ৰেমৰ তিনিমহীয়া ভ্ৰূণ ধাৰণ কৰি আহি প্ৰাঞ্জলক ক'লে— তেওঁ জানা এদিন দাদা ঘৰত নাথাকোঁতে হাত চাওঁ বুলি মাতিলে। তাৰ পাছত কিযে হৈ গ'ল আৰু! তুমি বাৰু মোক বেয়া পাইছা নেকি, প্ৰাঞ্জল?

প্ৰাঞ্জলৰ মুখত বেয়া পোৱাৰ কোনো ভাব ফুটি উঠা নাছিল। কিন্তু সি ভিতৰি ভিতৰি দহি-পুৰি মৰিছিল। নিৰ্মালিয়ে লক্ষ্য কৰিলে কথাখিনি কওঁতে প্ৰাঞ্জলৰ তলৰ ওঠটোত এটা অনিয়ন্ত্ৰনীয় কঁপনি উঠিল, তাৰ দুচকুৰ বাহিৰৰ কোণ দুটাও কঁপি উঠিল।

—ছবছৰীয়া প্ৰেমৰ মধুস্বপ্ন শেষ হৈ গ'ল, সেইবাবে মোৰ সিমান দুখ নালাগে। দুখ লাগে তেতিয়া, যেতিয়া মোৰ মনত পৰে প্ৰেয়সীৰ অভিনয়কো সঁচা বুলি সৰলভাৱে মই কোৱা সেই কথা কেইষাৰ— তুমি যোৱা দুমাহমানৰপৰা বৰ ধুনীয়া হ'বলৈ আৰম্ভ কৰিছা ন।

প্ৰাঞ্জলে আকৌ শেঁতা হাঁহিটো মাৰিলে। তাৰ পাছত তাৰ চৈধ্যবছৰ বয়সতে মাক-দেউতাক দুয়ো আত্মহত্যা কৰাৰ পৰা, সিহঁতৰ জন্ম আৰু পিতৃত্বৰ বিষয়ে মানুহে কৰা বু-বু-বা-বাৰ পৰা তাৰ একমাত্ৰ ভায়েকটোৰ মৃত্যুলৈকে সকলো বৰ্ণালে।

—মা-দেউতাৰ মৃত্যুত মই ভীষণ কষ্ট পাইছিলোঁ, নিৰ্মালি। কিন্তু ভাইটোক লৈ মই জীয়াই থকাৰ কল্পনা কৰিলোঁ। চাৰি বছৰীয়া শিশুৰ পৰা মই নিজ হাতে তাক ওঠৰ বছৰীয়া কিশোৰ কৰিলোঁ।

—তাৰ পাছত এদিন বিজ্ঞানাগাৰৰ পৰা উভতি গৈ দেখিছোঁ বিচনাত সি চটফটাই পৰি আছে। মুখেৰে কিবা ক'ব খুজিছে, বাৰে বাৰে মাতিছোঁ প্ৰদীপ, প্ৰদীপ। সি মোৰ ডিঙিত সাবটি ধৰিছে। —এটা সময়ত এম্বুলেন্স আহিছে। হস্পিতাল পোৱাৰ আগে আগে মোৰ ডিঙিত সাবটি ধৰিয়েই, দুগালে দুধাৰি লোটক বোৱাই সি—

বাক্যটো শেষ কৰিবলৈ যত্ন কৰি অপাৰগ হৈ চেপা উচুপনিৰে প্ৰাঞ্জলে সমুখৰ সৰু মেজখনত মুখখন গুজি দিছে। উচুপনিৰ তালে তালে তাৰ গা ফুলি ফুলি উঠিছে। বুকু ফাটি যাব খোজা যন্ত্ৰণাত সি 'আস' কৈ শব্দ কৰিছে।

বিজ্ঞানাগাৰৰ সকলো দেখুৱাই-মেলি কাম কাজ বুজাই দি ঘৰলৈ, আগবঢ়াই দি প্ৰাঞ্জলে নিৰ্মালিক কৈছিল— হৰ আৰু লবৰ সৰল অংকটো হলনে, নিৰ্মালি? নিৰ্মালিয়ে হাঁহিব পৰা নাছিল, প্ৰাঞ্জলে হাঁহিবলৈ যত্ন কৰিছিল।

—তাৰ পাছত?

দিন বাৰ তাৰিখ মনত নোহোৱাকৈ কেৱল কথাবোৰহে নির্মালিৰ মনত আছে।

প্রতিদিন নির্মালিয়ে পঁইতাচোৰা, এন্দুৰ, শহা পহুৰ ওপৰত দিনটোৰ বিভিন্ন সময়ত বিভিন্ন পৰীক্ষা কৰি চাইছে, পৰীক্ষাৰ তথ্য টোকা কৰিছে, গ্রাফ আঁকিছে নতুন ইলেকট্রনিক ছাৰ্কিটৰ কাম বুজি লৈছে আৰু ইণ্টাৰকমটোৰ ছাবি টিপি প্রাঞ্জলক কৈছে— প্রাঞ্জল, শহাপহু কেইটাৰ ওপৰত ফ্রিকুৱেন্সিটো অলপ চেঞ্জ কৰি চাম নেকি? নে কেৱল ৰিপিটিছন টাইমটোহে বঢ়াই যাম?

কাচৰ বেৰৰ সিফালৰপৰা ইণ্টাৰকমৰ মাজেৰে প্রাঞ্জলৰ মাত হুটা হৈ ভাহি আহিছে— তুমি নিজেই পাগলী হৈ যাব খুজিছা নেকি? মই কৈছোঁ নহয় এতিয়া অলপ জিৰণি লোৱা। দিনটো যে জেনেৰেটৰৰ কাষতে লাগি আছা নাজানা নেকি ব্রেইনৰ কিমান হাৰ্ম হ'ব পাৰে? লি— ভ দি টেবল। ইয়েছ, দিছ ইজ এন অর্ডাৰ।

হাঁহি এটা চেপি ধৰি সাউংকৈ নির্মালি ইফাললৈ পাৰ হৈ আহিছে। শ্বর্টৱেভ এণ্টেনা এডাল পৰীক্ষা কৰি কথা প্রাঞ্জলৰ পিছফালে থিয় দি হাত দুখন তাৰ সমুখৰ ফালে দি তাক গালে চপাই আনি নির্মালিয়ে ইণ্টাৰকমৰ সেই অর্ডাৰৰ উত্তৰ দিছে— বাঃ মোৰ স্বামীদেৱতাৰ অর্ডাৰ!

যেন প্রস্তুতেই আছিল এনে ভংগীত ছোল্ডাৰিং আইৰনডাল এছবেষ্টছ পেডৰ ওপৰত থৈ পিছফালে হাত দি নির্মালিক আটি ধৰি আৰু মুখখন টেৰছিয়াকৈ ওপৰমুৱাকৈ ঘূৰাই বিজ্ঞানী প্রাঞ্জল কবি হৈ পৰিছে—

'কি ক'লা, কি ক'লা সপোন ৰাণী, মৃত্যু মুখীক বুলিলা স্বামী?'

'বোলে দেৱবালা বীৰ স্বামী মোৰ, বীৰ বিনে আনে ৰমণী মোল, নোৱাৰে বুজিব বৰিলোঁ তোমাক, নাই কৰা প্রিয় অকণো ভুল।' —মুখত গাম্ভীর্য্য আৰু চকুত আকুতি ফুটাই তুলিবলৈ যত্ন কৰি লিহিৰি-লিহিৰি আঙুলিৰে হাত দুখন যোৰ কৰি কথমপিহে নির্মলিয়ে উত্তৰটো শেষ কৰিব পাৰে, এনেতে প্রাঞ্জলে একেজাপে উঠি তাইৰ কঁকালত ধৰি 'উঁ-উঁ' কৈ শব্দ কৰি তাইক ওপৰলৈ দাঙি দিয়ে নাইবা তাইৰ গাল দুখন তাৰ সোঁহাতৰ তর্জ্জনী আৰু বুঢ়া আঙুলিৰে এনেদৰে চেপি ধৰে যে তাইৰ ওঠ দুটাই এটা অসমীয়া চাৰিৰ ৰূপ লয় আৰু নাকেৰে 'উঁ-উঁ' কৈ এটা আপত্তিসূচক শব্দ বাহিৰ ওলায়।

বহুদিন পুংখানুপুংখ অনুসন্ধান চলিছে।

একেবাৰে শেষত পৰীক্ষা চলিছে বান্দৰৰ ওপৰত। ফ্রিকুৱেন্সি জেনে— ৰেটৰটোৰ বৃহদাকাৰ কনডেনছাৰ প্লেটৰ তলত নবহুৱাকৈয়ে কেৱল ৰিফ্লেক্টৰৰ সহায়ত

বান্দৰবোৰক বিকিৰিত কৰা হৈছে। বান্দৰবোৰ মোহাচ্ছন্ন হৈ পৰিছে। সিহঁতৰ ফ্ৰিকুৱেন্সি ৰেস্পন্সৰ বৰ্ণালীও আঁকি পেলোৱা হৈছে। ইচ্ছা কৰিলেই জেনেৰেটৰ ফ্ৰিকুৱেন্সি আৰু পাৱাৰ সলনি কৰি বান্দৰ কেইটাৰ মস্তিষ্কৰ নিউৰণবোৰক নানাভাৱে পৰিচালিত কৰি সিহঁতৰ মনত বিভিন্ন ভাৱৰ উদ্ৰেক কৰিব পৰা হৈছে। সিহঁতক হঁহুৱাব, নচুৱাব, সিহঁতৰ খং তোলাব, ক্ষুধাৰ্ত কৰি তুলিব পৰা হৈ উঠিছে।

প্ৰাঞ্জলৰ জ্ঞানৰ পৰিসৰ বুজি পাই নিৰ্মালিও মোহাচ্ছন্না হৈ পৰিছে। প্ৰাঞ্জলে তাইক ছাইবাৰনেটিক্সৰ নানা নতুন কথা কৈছে। তেওঁৰ মতে মানুহ বা আন উন্নত জীৱনৰ মস্তিষ্কটো এটা ইলেক্ট্ৰনিক কম্পিউটাৰৰ দৰে। নানা ইন্দ্ৰিয়াই পঠিওৱা উত্তেজনাৰ অৰ্থ বুজি-বাজি লৈ আকৌ শৰীৰৰ অংগ প্ৰত্যংগবোৰলৈ উত্তেজনা বা নিৰ্দেশ পঠিয়াই দিয়ে। প্ৰাঞ্জলে হাঁহি হাঁহি কৈছে অফিছত ৰেকৰ্ডবোৰ ফাইল ফাইল কৰি ৰখাৰ দৰে মস্তিষ্কতো স্মৃতিবোৰ ফাইল ফাইল কৰি সজোৱা থাকে।

—ফাইল কৰি? —নিৰ্মালিয়ে বুজি নাপাই প্ৰশ্ন কৰিছে।

—ধৰা তেনেকুৱাই। প্ৰাঞ্জলে উত্তৰ দিছে। —ব্ৰেইনত নিউৰণ বা নাৰ্ভ ছেলবোৰ নানা ধৰণে গ্ৰুপ সাজি সাজি স্মৃতিবোৰ সাঁচি ৰাখে। তাৰে কিছুমান পুনৰ উদ্ধাৰ কৰিব পাৰি, আনবোৰৰ নিউৰণ-গ্ৰুপিং স্থায়ী নহয় বাবে সেইবোৰ স্মৃতিৰ পুনৰুদ্ধাৰ সম্ভৱ নহয়। গ্ৰুপিং ভাঙি দিলে সেই স্মৃতিও বিনষ্ট হৈ যায়।

প্ৰাঞ্জলে এটা ৰুছ গল্প নিৰ্মালিক কৈছে, এদল মানুহক জেনেৰেটৰৰ তলত থৈ সিহঁতৰ মস্তিষ্কৰ অংক-কৰাৰ ক্ষমতা উত্তেজিত কৰি কিদৰে সিহঁতৰ হতুৱাই অতি জটিল সমীকৰণৰো সমাধান উলিয়াইছিল। নিৰ্মালিৰ বুজি উঠোতে পলম লগা নাই যে প্ৰাঞ্জলৰ এই জেনেৰেটৰৰ ধাৰণাও সেই গল্পটোৰ পৰাই অনা।

ইচ্ছামতেই বান্দৰবোৰৰ হঠাতে ভোক লগাই দিয়া হৈছে, হঠাতেই খং তোলোৱা হৈছে, হঠাতেই যৌন ক্ষুধা বঢ়োৱা হৈছে, হঠাতেই টোপনিয়ে সিহঁতক হেঁচি ধৰিছে। মাজে মাজে খোৱা বস্তু আগত থকাতো বান্দৰ বা আন জীৱ কেইটাই ফ্ৰিকুৱেন্সিৰ প্ৰভাৱত নিৰাসক্ত হৈ বহি আছে।

শকুন্তলা সত্যানুসন্ধান কেন্দ্ৰৰ আচল প্ৰচেষ্টা সোনকালেই আৰম্ভ কৰা হ'ল। প্ৰথমতে ট্ৰেন্সমিছনৰ সমস্যাই দেখা দিছিল, কিন্তু প্ৰাঞ্জলে যেতিয়া আবিষ্কাৰ কৰিলে যে ডাঙৰ এণ্টেনা বহুওৱাৰ কোনো প্ৰয়োজন নাই, নগৰৰ বৃহদাকাৰ ধাতব ছাইনবোৰ্ডবোৰেই ফ্ৰিকুৱেন্সি ৰিফ্লেক্ট কৰিব তেতিয়া আৰু বৈ থকাৰ দৰকাৰো নোহোৱা হ'ল। নিৰ্মালি আৰু প্ৰাঞ্জলে হাতত হাত আৰু চকুত চকু থৈ একেমুখে প্ৰতিজ্ঞা বাক্য আওঁৰালে— নিজৰ বা আন মানুহৰ ক্ষতি হ'ব পৰা একো কামেই আমি নকৰোঁ। *ক্ষন্তেকীয়া আবেগৰ দ্বাৰা আমি পৰিচালিত নহওঁ। তুমি কিবা কৰাৰ আগতে দহবাৰ*

ভাবি চাম। কিন্তু আমি আমাৰ নিজৰ দুখ,— প্ৰাঞ্জলৰ বুকুত মুখ গুজি নিৰ্মালিয়ে ক'লে, —আমাৰ নিজৰ দুখ নিজৰ কৰি, একান্তই নিজৰ কৰি ৰাখিম।

তাৰ পাছতেই এদিন সুবিধাটো আহি পৰিল। শীতৰ কুঁৱলী ফালি আগবাঢ়ি যোৱা আনন্দোচ্ছল বনভোজৰ দল এটা দুৰ্ঘটনাত পতিত হ'ল। চহৰৰ এটা অঞ্চলৰ বত্ৰিশ জনীয়া ডেকা-গাভৰুৰ দলটো কঢ়িয়াই নিয়া বাছখনে দলং বুলি বৰনদীৰ বুকুলৈ সোমাই গ'ল।

পুৰা আঠ বজাত খবৰটো পায়েই নিৰ্মালি দৌৰি আহিল। মৃত্যুৰ খবৰ পালে, বিশেষকৈ পানীত পৰি হোৱা মৃত্যুৰ খবৰ পালে, এনেয়ে তাইৰ ভনীয়েকহঁতলৈ মনত পৰি খুব কান্দে। সিদিনা কিন্তু তাইৰ সেইবোৰলৈ সময় নাছিল। পলম কৰিলেই সকলো পণ্ড হ'ব। এবাৰ মানুহবোৰে কান্দিবলৈ আৰম্ভ কৰিলে সিহঁতৰ মস্তিষ্ক প্ৰভাৱান্বিত কৰাটো অতি টান কাম হ'ব। প্ৰাঞ্জলৰ স্পষ্ট নিৰ্দেশ— বিফোৰ দে ষ্টাৰ্ট এনিথিং, দি জেনেৰেটৰ শ্বুড বি অন। কুইক।

প্ৰাঞ্জল দত্তও সন্ত্ৰম হৈ বহিল। দুয়ো হেড মাস্ক পিন্ধি আৰ্থপ্লেটৰ ওপৰত ভৰি দি বহি ল'লে। মাস্কটোৰ আৰ্থিং চাই ললে। জেনেৰেটৰত নব্ ঘূৰাই ঘূৰাই ফ্ৰিকুৱেন্সি ১৪০ ছাইকলছ পাৰ্ ছেকেণ্ডলৈ অনা হ'ল। অট'মেটিক পটেনচিঅ'মিটাৰটোৱে কাৰেণ্ট বঢ়াই লগ্ ৰেটত ফ্ৰিকুৱেন্সিৰ পাৱাৰ বঢ়াই যোৱা হ'ল। পাল্‌ছিং ইউনিটে প্ৰতি ছেকেণ্ডত তেনে পাল্‌ছ পোন্ধৰটাকৈ দি যাবলৈ ধৰিলে। ৯০ টা পাল্‌ছৰ এটা ছিৰিজৰ পাছত ৫ ছেকেণ্ড অফ দিয়া হ'ল। কাচৰ বেৰৰ সিপাৰে কেইবাটাও ছেলত বান্দৰ, শহা, এন্দুৰ, পঁইতাচোৰাবোৰ নিৰাসক্ত হৈ পৰিল। সিহঁতৰ ব্ৰেইন ডেমেজ ঘটে বুলি নিৰ্মালিয়ে মেটেল গেজখন টানি দিলে। সিহঁত নিজ ঠাইতে জুপুকা মাৰি বহি ৰ'ল— খোৱা, নচা, কাজিয়া কৰা, প্ৰেম-প্ৰীতি চলোৱা একোৰে প্ৰতি সিহঁতৰ আগ্ৰহ নোহোৱা হ'ল।

প্ৰাঞ্জলে মাজতে এবাৰ কোঠাটোৰ গাম্ভীৰ্য ভাঙি দি ক'লে— ইহঁতৰ ক্ষেত্ৰততো দেখিয়েই আছোঁ। মানুহৰ গাতহে এতিয়া কেনে এফেক্ট হয়। হেড মাস্কটো এবাৰ খুলি চাওঁ নেকি?

নিৰ্মালিয়ে চিঞৰ মাৰি কৈ উঠিল— মৰিব খুজিছা নেকি? দেখা নাই জেনেৰেটৰৰ ইমান ওচৰ, তাতে ডাইৰেক্ট বিমটোতে বহি আছোঁ। মাস্ক খুলি দিলে অন্ততঃ এবছৰলৈ সকলো আকাংক্ষা হেৰুৱাই নিৰ্বিকাৰ নিস্পৃহ হৈ থাকিবা। ডাইৰেক্ট বিমত দহ মিনিট থোৱা সেই ক'লা বান্দৰটোৱে দেখোন তিনি বছৰেও নৰ্মেল হ'ব পৰা নাই।

পিছদিনা বাতৰি কাকতত ষ্টাফ ৰিপোৰ্টাৰে দুৰ্ঘটনাটোৰ বৰ্ণনা দি লিখিলে— মৃতদেহবোৰ দেখি জনতা শোকত এনেদৰে ম্ৰিয়মান হৈ পৰিল যে তেওঁলোকে কান্দিবলৈকো পাহৰি গ'ল। *নিষ্প্ৰাণ-নিৰুদ্বেগ হৈ আটায়ে বহি ৰ'ল। এই*

সংবাদদাতাকো কিবা এক অৱসাদে গ্ৰাস কৰি আনিলে। দৃশ্যটোত উপস্থিত শ শ মানুহৰ ভিতৰত মাথোঁ নিচেই পুৰাতে গৈ পোৱা কেইজনমান মানুহহে প্ৰথম ছোঁতটো সহ্য কৰিব নোৱাৰি কান্দিলে।

কিন্তু দুমাহৰ ভিতৰতে কেইবাটাও ঘটনাৰ পৰা লাহে লাহে যেতিয়া স্পষ্ট হৈ পৰিল যে চহৰবাসীয়ে মৃত্যুত কান্দিবলৈ এৰি দিছে, তেতিয়া 'দৈনিক প্ৰহৰী'য়ে সম্পাদকীয় লিখি চহৰৰ এই মানসিক পৰিবৰ্তনৰ কথা সদৰি কৰিলে। অৰ্থনৈতিক অৱস্থা আৰু সামাজিক গাঁথনিকে তেওঁলোকে তাৰ প্ৰধান কাৰণ বুলি বাচি দিলে। কনট্ৰাষ্টৰ কাৰণে প্ৰহৰীয়ে যোৱা দহ বছৰৰ দহোটা হৃদয় বিদাৰক দৃশ্যৰ বাতৰি চমুকৈ বাকছত সজাই দিলে।

নিৰ্মালিয়ে দেখিলে প্ৰাঞ্জলে গুণগুণাবলৈ এৰি মাজে মাজে মিচিকিয়াবলৈ ধৰিছে। তাই তেওঁক জোৰকৈ মুকলিৰ প্ৰাঞ্জলৰ ৰেছিছৰ হেলনীয়া চকীখনলৈ বাউসীত ধৰি তুলি আনিলে। তাইৰ এটোপাল চকুপানী প্ৰাঞ্জলৰ কামিজৰ বুকুত সৰি বিয়পি গ'ল। সেইবোৰলৈ প্ৰাঞ্জলৰ কোনো ভ্ৰূক্ষেপ নাই। নিৰ্মালিয়ে প্ৰাঞ্জলৰ ভৰিৰ ওচৰতে বহি ল'লে। তাইৰ বুকুখন ইমান গধুৰ লাগিল যে তাই কেতিয়াবাই উচুপিবলৈ এৰি দিলে।

মানুহ বাৰু ইমান অসাৱধান হ'ব পায়নে? লগে লগে তাইৰ সেই অসমীয়া ফকৰাটোলৈ মনত পৰিল— হাতী ধীৰ-স্থিৰ আৰু গধুৰ হ'লে কি হ'ব, তাৰো পাও পিছলি যায়।

আকৌ একেদৰেই দৃশ্যবোৰ তাইৰ মনলৈ আহিল।

দোকমোকালিতে শলিতাই ফোন ধৰিছিল। শলিতাই জগাই দিয়াত একেজাপে বিচনাৰপৰা উঠি ফোন ধৰি নিৰ্মালিয়ে মাথোঁ দুটামান কথাই কৈছিল— দুই মিনিটতে পাম। জেনেৰেটৰ অন কৰা।

একে উশাহতে প্ৰাঞ্জলে কৈছিল— যেনে আছা তেনে লেবৰেটৰিলৈ দৌৰি আহা। মিল্ক ভান খনে গাখীৰৰ বাবে কিউ কৰি থকা চৌধুৰীপাৰাৰ কুৰিজন মানুহক মহতিয়াই থৈ গ'ল। ল'ৰা-ছোৱালীয়েই বেছি। কন্দা-কটা আৰম্ভ হৈছেই। অন্ততঃ এতিয়া তালৈ আহিব ধৰা মানুহখিনিক দুখৰপৰা বচাব লাগে। কুইক।

ফোনত শুনা সেই উত্তেজনা-ঘন শব্দকেইটাই প্ৰাঞ্জলৰ মুখৰ শেষ স্বাভাৱিক কথা। কিন্তু সেয়া জানো স্বাভাৱিক কথা। প্ৰাঞ্জলৰ উত্তেজনাই নিৰ্মালিৰ ষষ্ঠ ইন্দ্ৰিয়ত কিবা এক শংকাৰ চেতনা জগাই তুলিছিল। নাইট গাউনটোৰেই এপাৰ্টমেণ্টৰ পৰা লেবৰেটৰিলৈ দৌৰি আহি কাঁচৰ বেৰৰ মাজেৰে প্ৰাঞ্জলৰ মাস্ক নিপিন্ধা খালী মূৰ দেখি নিৰ্মালিয়ে আতংকত চিঞৰ মাৰি দিছিল। কিন্তু তাই যেতিয়া হেড মাস্ক পিন্ধি

আৰ্থিং লগাই প্ৰাঞ্জলৰ ওচৰ পায় তেতিয়া প্ৰাঞ্জলৰ মস্তিষ্কত ফ্ৰিকুৱেন্সিয়ে দঁকৈ কাম কৰিছে। সি ইমান নিৰ্বিকাৰ হৈ পৰিছে যে কণ্ট্ৰোল পেনেলতে ভৰি তুলি বহি আছে।

তাৰ পাছত এটা দিন এইদৰেই কাটি গৈছে। দুখ আৰু যন্ত্ৰণাৰ মাজে মাজে নিৰ্মালিৰ ভাৱ হৈছিল তায়ো বাৰু নিজকে জেনেৰেটৰৰ তলত মূৰ সুমুৱাই নিস্পৃহ কৰি ল'ব নেকি? কিন্তু সেয়া হাইস্কুলীয়া মেগাজিনৰ গল্পৰ নায়িকাৰ দৰে কাম হ'ব। তদুপৰি বাৰে বাৰে তাইৰ বিজ্ঞানাগাৰৰ প্ৰতিজ্ঞাটোৰ কথাও মনত পৰিল— "নিজৰ বা আন মানুহৰ ক্ষতি হ'ব পৰা কোনো কামেই আমি নকৰোঁ। আমাৰ দুখ আমাৰ একান্ত নিজৰ কৰি ৰাখিম। —তাতোকৈও ডাঙৰ কথা হ'ল তাইৰ বাহিৰে প্ৰাঞ্জলক চাওঁতা আৰু কোনো নাই।

প্ৰাঞ্জলে যে হিয়াৰ অনুনাদৰ কথা কয়— একে কম্পনাংকৰ দুখন হিয়াৰ এখন দুৰু দুৰু কঁপিলে আনখনো কঁপে— তাইকো বাৰু প্ৰাঞ্জলৰ নিস্পৃহতাই স্পৰ্শ কৰিছে নেকি? নহলে তাই কিয় কান্দিব নোৱাৰা হৈ থমথমকৈ বহি আছে?

তাই হেড মাস্কটো পিন্ধি আৰ্থিং ঠিক কৰি ল'লে। জেনেৰেটৰটো চলাই টোপনিৰ ফ্ৰিকুৱেন্সি এৰি দিলে। গোটেই চহৰখন আৰু প্ৰাঞ্জল এতিয়া শুই পৰক। সাৰে থাকিব মাথোঁ তাই। এটা শিশুক কৰাৰ দৰে প্ৰাঞ্জলক তাই মৰম কৰিব।

বান্দৰ-শহা-এন্দুৰ-পইতাচোৰাবোৰে অলপ পৰ জলকা লাগি থাকি শুই পৰিল। প্ৰাঞ্জলৰ কপালত তাই লাহেকৈ এটা চুমা খালে। ❑

# অপূৰ্ব কুমাৰ শইকীয়া

## বিষয় ঃ প্ৰেমৰ সংবিধান

তুমি সুধিছা মই কিয় বিয়াত নবহিলো? আচলতে তুমি সুধিব লাগিছিল মোক কিয় কোনেও বিয়া নকৰালে। যৌৱনৰ অপৰাহ্নত ভৰি দি মই এজন পতি, এজনী নাৰীৰ 'প্ৰয়োজনীয় দৌৰাত্ম' বুলি নিৰুদ্বেগভাৱে কোনো এজনক বৰণ কৰাৰ মানসিকতা ইতিমধ্যে হেৰুৱাই পেলাইছোঁ। তোমালোকৰ অসমত ছোৱালীৰ সন্মান আছে। আমাৰ ইয়াত বিয়াৰ বজাৰত দৰা এজন কিনা হয়। মোৰ উচ্চ শিক্ষাৰ মানদণ্ডৰে যেনে এজন ল'ৰাক পতি হিচাপে মই পাব লাগিছিল, তেনে এজন ল'ৰাৰ ক্ৰয়মূল্য মোৰ দুখীয়া ঘৰখনে যোগাৰ কৰিব নোৱাৰিলে বাবেই মোৰ বিয়া নহ'ল।

মই সৰুৰে পৰা কষ্টত ডাঙৰ হোৱা ছোৱালী। ক- শ্ৰেণীৰ পৰা এতিয়ালৈকে এই সুদীৰ্ঘ পঁচিছটা বছৰ মই পঢ়িয়েই কটালো। ঘৰখনৰ অৰ্থনৈতিক উত্থান-পতনৰ মাজতো কেনেকৈ নিৰৱচ্ছিন্নভাৱে মই মোৰ পঢ়া চলাই থাকিব পাৰিলো, মই ভাবি আচৰিত হওঁ। তুমি শুনি আমোদ পাবা - আগ্ৰাৰ ছোৱালী হৈও আগ্ৰাফ'ৰ্টৰ জাহাংগীৰৰ সুৰাপাত্ৰটোৰ কাষত বহি মই কেতিয়াও আত্মহাৰা হৈ পোৱা নাই। আগ্ৰাৰ চুকে-কোণে শিল, গছ আৰু স্তম্ভৰ বুকুত শুনিবলৈ পোৱা যায় মোগলীয় প্ৰেমৰ অনুৰণন। মই কিন্তু আজিৰ আগ্ৰাফ'ৰ্ট আৰু যমুনাক সংযোগ কৰা সৰ্পিল সুৰংগটোৰ দৰে কাৰোবাৰ পদশব্দৰে বিৰক্ত হোৱাৰ আনন্দ নোপোৱাকৈয়ে বৈ গ'লো।

মোৰ জীৱনলৈ প্ৰেমৰ বতৰা লৈ টিপচী চৰাইটো বৰ দেৰিকৈ আহিল। চৰাইটো আহিল, —মই গছজোপাৰ এটি সৰু ডালত বহিল,— মই গছজোপা কঁপি উঠিলো, আৰু সেই কঁপনি লাহে-লাহে কমি যোৱাৰ পাছত যেতিয়া চৰাইটোৱে বতৰাটো দিব পৰা পৰিবেশ এটাৰ সৃষ্টি হ'ল, তেতিয়া চৰাইটোৱে এটা মনোশাৰীৰিক প্ৰেমৰ বতৰা দিলে।

তুমি উচপ খাই নুঠিবা ; —অখিল মোৰ জীৱনৰ প্ৰথম শাৰীৰিক প্ৰেম। তুমি ভয় নাখাবা। অখিলে মোক কাহানিও মিছা কথা কোৱা নাই। সি তোমাৰ কথা সকলো কৈছে। মোৰ তোমাৰ ওচৰত অক্ষমণীয় ভুলটো হ'ল এই যে সকলো জানি-শুনিও মই তোমাৰ অখিলৰ দৈহিক সংযমৰ পৰীক্ষা ললো। অখিল এবাৰৰ বাবে পৰীক্ষাত অকৃতকাৰ্য হ'ল ; আৰু তুমি নুবুজিবা, —মই এটা দিনৰ বাবে হ'লেও নাৰীত্বৰ আনন্দ বৰ দেৰিকৈ উপলব্ধি কৰিলো।

মই নতুন দিল্লীৰ কেন্দ্ৰীয় স্বাস্থ্য আৰু পৰিকল্পনা বিভাগৰ মনোবিজ্ঞান শাখাৰ গৱেষণা— বিষয়া। চৰকাৰী কামত প্ৰায়ে কেন্দ্ৰীয় চিকিৎসালয়সমূহলৈ যাওঁ। মোৰ গৱেষণাৰ বিষয় আছিল— চিকিৎসকসকলৰ কামৰ পৰিবেশ আৰু চিকিৎসা সেৱাৰ ৰাষ্ট্ৰীয় আঁচনিসমূহৰ জনসাধাৰণৰ গ্ৰহণযোগ্যতা। ডঃ অখিল নামৰ চিকিৎসক জনে তেতিয়া বাৰা হিন্দুৰাও চিকিৎসালয়ৰ চিকিৎসা বিষয়া হৈ যোগদান কৰিছেহে মাথোন। ভাষাৰ অজ্ঞতাই মানুহক এক সৰলতাৰ অভিব্যক্তি দিয়ে। অখিলৰ লগত চিনাকি হৈ মই ভাবিলো,— ভাবি ভয় খালো,— অখিল নামৰ ডাক্তৰজনৰ এই সৰলতাখিনিৰ ৰূপটো কেনেকুৱা? সেই সৰলতাৰ বখুৱাখন আঁতৰালে অখিলৰ ভিতৰৰ শাহটোত আগ্ৰাৰ এজন ৰাজিন্দৰ সিং ওলাবনে নোলায়? আগ্ৰাৰ ৰাজিন্দৰ সিং এজন ইন্দ্ৰিয়পৰায়ণ, পুৰুষবাদী আৰু বৈষয়িক সুখৰ পিছে-পিছে দৌৰা যন্ত্ৰ মানৱৰ প্ৰতিভূ। কিয় জানো,— উত্তৰ প্ৰদেশৰ সকলো ল'ৰাকে মোৰ ৰাজিন্দৰ সিং যেন লাগে। প্ৰথম দৰ্শনতে মই ভাবিছিলো অসমৰ এই ল'ৰাজনৰ লগত বন্ধুত্ব কৰিব পাৰিনে? মই সিদ্ধান্ত ল'লো, পাৰি।

মোৰ ভৰিত থকা কানপুৰৰ ছেণ্ডেলযোৰ কিয় কোলহাপুৰী যেনহে লাগে বুলি, নাইবা মোৰ কপালখনলৈ তিব্বতীয় বৈশিষ্ট্যৰ উঠঙাখিনি কেনেকৈ আহিল বুলি কৰা অখিলৰ কথাবোৰ এদিন স্পষ্ট হ'ল ; ব্যক্তিগত জীৱনে কথা-বতৰাত ঠাই পালে ; আৰু এদিন সি কথাৰ মাজতে তোমাৰ কথাও ক'লে। উচ্চ শিক্ষাৰ বাবে অখিলক দিল্লী মহানগৰীলৈ পঠাই অতি আগ্ৰহেৰে তুমি হেনো অসমত প্ৰতীক্ষাৰ ক্ষণ গণিছা। মই উচপ খাই উঠিলো। তালকাটোৰা উদ্যানৰ এটা জোপোহাৰ কাষত সন্ধ্যাৰ দেখ-নেদেখ পোহৰত বহি অখিলে কথাৰ সুৰ সলাই ক'লে, "তোমালোকে মনো বিজ্ঞানৰ ভাষাৰে মোৰ এই মনৰ অৱস্থাটো কেনেকৈ ব্যাখ্যা কৰিবা মই নাজানো। মই অসমত নীলিমা নামৰ এজনী চিকিৎসা বিজ্ঞানৰ ছাত্ৰীক বিয়া কৰোৱাৰ প্ৰতিশ্ৰুতি দি আহিছোঁ। ভাল পোৱাৰ সম্পূৰ্ণ অৰ্থেৰে মই তাইক ভাল পাওঁ। কিন্তু এই মুহূৰ্তত তোমাৰ ভৰপূৰ দেহৰ উত্তাপ অনুভৱ কৰিবলৈ মোৰ মন গৈছে।"

মই অখিলক 'তুমি বৰ অশ্লীল' বুলি সিদিনা গুচি আহিছিলো। গোটেই ৰাতি মই মোৰ আত্মপৰিচিতিৰ সংকট অনুভৱ কৰিছিলো। অখিলৰ ওচৰত মোৰ চিনাক্তকৰণ কেনে হোৱা উচিত? বুদ্ধ উদ্যানৰ মুনিচুনি বেলিৰ পোহৰত এডাল প্ৰজ্জ্বলিত ধুম্ৰদণ্ডৰ সিটো মূৰে মুখ দি বহি থকা মূৰ্খটো যদি অখিল হয় তেন্তে তাৰ কাষত বহি থকা সহঅভিনেত্ৰীগৰাকী মই হ'ব নোৱাৰোঁ। মই হ'ব নোৱাৰো এখন নিষিদ্ধ কিতাপ ; — অখিলে পঢ়ি ভাল পাব, কিন্তু কিতাপখন সি তাৰ ডিপাৰ্টমেণ্টৰ পুথিভঁৰালত সকলোৰে দেখাকৈ ৰাখিব নোৱাৰিব।

নীলিমা, তোমাৰ দৰে ময়ো প্ৰথমে বিয়াৰ সপোন দেখি লাহে-লাহে মোৰ স্বপ্নক সংযত কৰি আনিলো। বতৰ আংশিক ডাৱৰীয়া হ'ব, —সময় ৰাতিপুৱা বা আবেলি

হ'ব আৰু এখন ৰামধেনুৰ সৃষ্টিবেদনা উপলব্ধি কৰি ভাল লাগিব, —এই জাতীয় অনিশ্চয়তাৰ পৰা আঁতৰি আহি মই অখিলক এদিন মোৰ দেহৰ অঙঠাৰ উত্তাপ অনুভৱ কৰিবলৈ দিলো।

দুদিনমান চুচক-চামাককৈ মেহৰৌলিৰ অলিয়ে-গলিয়ে মোক এৰাই চলা অখিলক এদিন ৰাষ্ট্ৰীয় শিক্ষা পৰিষদৰ পুথিভঁৰালত বহি মই ধিক্কাৰ দিলো। অখিলে মোক কৈছিল, —দিল্লী মহানগৰীৰ যতমানে উদ্যানবোৰ হেনো আমাৰ যুবশক্তিক যৌনচিন্তাৰে ব্যস্ত কৰি ৰাখিবলৈ কৰা শাসক-চক্ৰৰ পৰিকল্পনাৰ ফল। মোৰ মনলৈ কিন্তু কোনো শাসকচক্ৰৰ ষড়যন্ত্ৰৰ কথা অহা নাই। অখিলক এজন ৰাজিন্দৰ সিং বুলি ভাবিব নোৱাৰা কাৰণে আৰু অখিলৰ দুৰ্বল মুহূৰ্তৰ দাবীটো শিশমহলৰ তলৰ কোঠাটোত ৰাস্তা বিচাৰি নাপাই ঘূৰি ফুৰা প্ৰতিধ্বনিটোৰ নিচিনাকৈ মোৰ মস্তিষ্কৰ অভেদ্য বেৰত খুন্দিয়াই ফুৰা বাবে মই এটা বহিৰ্গমনৰ পথ দেখুৱালো ; আৰু তাৰ বাবে অখিলতকৈ মোৰ অপৰাধবোধ বেছি হোৱা উচিত।

আজি এই মাত্ৰ অখিলে অসমলৈ উভতি যাবলৈ মোৰ পৰা বিদায় লৈ গ'লহি। তুমি হয়তো অখিলক লগ পাবলৈ বাউলী হৈ পৰিছা। এতিয়াৰ পৰা অখিলৰ লগৰী হৈ তুমি জীৱনৰ বাকীখিনি সময় কটাবা। কিন্তু তেওঁ মোক কিছুমান স্তব্ধ আৰু নিস্তৰংগ মুহূৰ্তৰ টুকুৰা দান দি গ'ল। তুমি এগৰাকী উচ্চ শিক্ষিতা ছোৱালী বাবে এই খিনি স্পষ্টভাৱে লিখিলো। মই ভাবোঁ— তুমিও এজনী ছোৱালী হিচাপে জনা উচিত যে প্ৰেমে কোনো ধৰণৰ সংবিধান এখনৰ প্ৰতি আনুগত্য প্ৰকাশ নকৰে আৰু ই এক ইউট'পিয়ান, আদৰ্শভিত্তিক ধাৰণাৰ দৰে সদায় দেহৰ উৰ্ধ্বতো নহয়।

তুমি হয়তো ভাবিব পৰা— এই কথাখিনি মই তোমালৈ কিয় লিখিছোঁ? অখিলক লগ পোৱাৰ আগতে মই প্ৰচণ্ড পুৰুষবিদ্বেষী হৈ উঠিছিলো। অখিলক লগ পোৱাৰ পাছত মই সন্দিহান হৈ পৰিলো,— মোৰ পুৰুষ সম্বন্ধে যি ধাৰণা সি শুদ্ধ নহ'বও পাৰে। অখিলক এই মাত্ৰ বিদায় দি মোৰ অনুভৱ হৈছে,— মই যেন আকৌ আগৰ মানুহজনী হৈ পৰিছোঁ। মই ভাবো ড° অখিল সংযমহীনতাৰ দোষেৰে দোষী আৰু তাৰ বাবে অখিলে কিছু মানসিক শাস্তি পোৱা উচিত। এতিয়াৰ পৰা তোমালোকৰ অতি অন্তৰংগ মুহূৰ্তবোৰত তোমাৰ চকুৰ আগত এটা অস্পষ্ট প্ৰতিবিম্ব হৈ মই জীয়াই থাকিম। তুমি অখিলক নিজাকৈ পোৱাৰ পাছতো অখিলৰ জীৱনৰ এটা অধ্যায়ৰ লগত আচহুৱা হৈ থকাৰ তোমাৰ যি দুখ আজীৱন ৰৈ যাব, মই তাৰ মাজত জীয়াই থাকিব খুজিছোঁ। মই অনুভৱ কৰিছোঁ— মই তোমাৰ প্ৰতি খুব নিষ্ঠুৰ হৈছোঁ ; —কিন্তু অখিলক হেৰুৱাই যি দুখ মই পাইছোঁ তাৰ তুলনাত তোমালোকৰ মাজত মোৰ অশৰীৰী উপস্থিতি নিশ্চয় ক্ষমাৰ যোগ্য। মই নিষ্ঠুৰ হোৱাৰো যুক্তি আছে। নাই জানো?

ইতি

অঞ্জু ছাক্‌ছেনা ❑

# 'অনুৰাধা শৰ্মা পূজাৰী'

## বৰ্ষাৰ ফুল

গৌৰকিশোৰ ভট্টাচাৰ্যৰ ঘৰলৈ যিদিনা ডলি আৰু তাইৰ মাক-দেউতাক আহিছিল সেই দিনটো আছিল বৰ্ষাৰ এটি বিৰক্তিকৰ সন্ধিয়া। সাতদিন ধৰি নেৰা নেপেৰা বৰষুণ। গৌৰকিশোৰ ভট্টাচাৰ্যৰ দুটা ৰুমৰ ঘৰটোৰ প্লাষ্টাৰ এৰাই যোৱা মজিয়াখনৰপৰা ভেকুৰা-ভেকুৰ গোন্ধ ওলাইছিল। পদূলিমুখৰ পৰা ঘৰৰ মজিয়ালৈকে পানী। দুটা ছিৰি বুৰ গৈ আছে পানীত। মজিয়ালৈকে কেঁচু উঠি আহি কেৰমেৰাই ফুৰিছে। এডাল ডীঘল কাঁঠিৰে গৌৰকিশোৰে বাৰাণ্ডাত উঠা কেঁচুবোৰ পানীলৈ পোলাই থাকোতেই পদূলিমুখত ৰ'লহি এখন চিক্‌চিকীয়া গাড়ী। গাড়ীৰ দুৱাৰ খুলিয়েই এগৰাকী প্ৰৌঢ় মহিলাই আঁঠুৰ ওচৰলৈকে শাৰীখন উজাই এখন ভৰি ইতস্ততঃ কৰি দুৱাৰ উলিয়াই সুমুৱাই অৱশেষত লেতেৰা পানীখিনিত নামি দিলে। গৌৰকিশোৰে দেখিলে মানুহগৰাকীৰ নিমজ সুদৃশ্য কলাফুলদুটা আৰু সুন্দৰ ওখ চেণ্ডেলযোৰ মুহূৰ্ততে কজলা, কেচেমা-কেচেম গোন্ধোৱা পানীত বুৰ গৈ অদৃশ্য হৈ গ'ল। ইয়াৰ পিছত আৰু এযোৰ ভৰি। আপেক্ষিকভাৱে আগৰ ভৰি হালতকৈ ক্ষীণ কিন্তু সযত্নে প্ৰতিপালিত। আগৰ দৰে এইহাল ভৰি দ্বিধাগ্ৰস্ত নহয়, আঁঠুৰ ওপৰলৈকে উন্মুক্ত। ভৰিহালে এবাৰ জোতাই পানী স্পৰ্শ কৰিয়েই তৎক্ষণাৎ ভিতৰ সোমাই গ'ল। গাড়ীৰ দুৱাৰ বন্ধ হৈ গ'ল। ড্ৰাইভিং ছিটৰপৰা ওলাই অহা প্ৰৌঢ় ব্যক্তিজনৰ কিন্তু কোনো সংকোচ নাই। তেওঁ জপং জপংকৈ পানীত খোজ কাঢ়িছে। দুৱাৰ খুলিবলৈ যত্ন কৰিলে। ভিতৰ সোমাই ঠেহ পতা ছোৱালীজনীক উদ্দেশ্য কৰি পিতৃ-মাতৃ দুয়োৰে (গৌৰকিশোৰে ভাবি লৈছিল, সেয়া মাক-দেউতাক আৰু ছোৱালীজনী তেওঁলোকৰে বুলি) লেতেৰা পানীতে থিয় হৈ বাক্-বিতণ্ডা কৰাত লাগি গৈছে। অৱশেষত প্ৰায় দহমিনিটমানৰ পিছত ঘপহকৈ গাড়ীৰ দুৱাৰ খোল খালে আৰু এজনী অত্যাধুনিকা কিন্তু অতি মৰমলগা ছোৱালী পিতৃ-মাতৃকো চেৰ পেলাই জপং জপং শব্দৰে গৌৰকিশোৰৰ ঘৰৰ ফালে আহি থাকিল।

আহি আহি ছোৱালীজনী গৌৰকিশোৰৰ একেবাৰে সন্মুখত থিয় হ'লহি। তিতি-বুৰি ছোৱালীজনীৰ মাক-দেউতাকো তাইৰ পিছতে থিয় হ'লহি।

গৌৰকিশোৰ ভট্টাচাৰ্যৰ ভাল, চোকা, অধ্যাপক বুলি সুনাম যেনেকৈ আছে, দুৰ্নামো আছে— অত্যন্ত খঙাল, অশ্লীলভাষী আৰু ব্যৱহাৰ নজনা মানুহ বুলি। গতিকে তেওঁ স্বাভাৱিকভাৱেই এষাৰো মাত-বোল নকৰি যেনেকৈ ফটা মজিয়াৰ ভিতৰৰপৰা কেঁচু উলিয়াই পানীত পেলাই আছিল, তেওঁ তেনেকৈয়ে থাকিল। 'মাজনী নমস্কাৰ কৰা' গৌৰকিশোৰৰ কাণত পৰিল প্ৰৌঢ়পুৰুষজনৰ কণ্ঠ। ছোৱালীজনী কিন্তু আগৰ দৰেই ৰৈ থাকিল। 'আপুনি মিঃ ভট্টাচাৰ্য নেকি বাৰু? আমি ভট্টাচাৰ্যক লগ পাবলৈ আহিছোঁ।' পুৰুষ কণ্ঠই ক'লে। গৌৰকিশোৰে লৰচৰ নকৰাকৈ ক'লে— 'কওক।'

ঃ এয়া মোৰ পৰিবাৰ — ৰেণুকা।

ঃ আপোনাৰ পৰিবাৰক আকৌ মই কি কৰিব লাগে। —দুটামান অস্বস্তিকৰ মুহূৰ্ত পাৰ হৈ গ'ল।

ঃ মই মোৰ ছোৱালী ডলিক আপোনাৰ ওচৰলৈ লৈ আহিছোঁ —আপুনি তাইক পঢ়ুৱালেঁ ধন্য হ'ম। ইংৰাজীত অনাৰ্ছ আছে তাইৰ........

ঃ সপ্তাহত দুটা ক্লাছ —মাহে ছশ টকা। টকা দিয়া এদিন দেৰি কৰিলেও মই পিছদিনা নপঢ়াও। আৰু টিউচন লোৱাৰ আগতে দুমাহৰ টকা একেলগে। নহ'লে বিশ্বাস নাই, এমাহ ক্লাছ কৰি পইচা দিয়াৰ আগতেই 'ভুৰুং'কৈ নাইকিয়া হ'ব। জনা আছে মোৰ।

ঃ আমি তেনে নহওঁ, লাগিলে আজিয়ে টকা লওক। অস্বস্তিৰে ক'লে মানুহজনে।

ঃ দিয়ক।

মানুহজনে লেখি লেখি ওপৰৰ জেপৰপৰা টকা ছশ উলিয়ালে। গৌৰকিশোৰে লেখি লেখি ল'লে টকাকেইটা। তাৰ পিছত ক'লে— 'এনেকুৱা পাৰ্টিক বিশ্বাস কৰিব পাৰি।' কওঁতে তেওঁৰ মুখত ঈষৎ হাঁহি বিৰিঙি গ'ল।

ঃ এয়া ডলি, মোৰ ছোৱালী। মেট্ৰিকত দুটাত লেটাৰ পাই ফাৰ্ষ্ট ডিভিজন পাইছিল, হায়াৰ ছেকেণ্ডেৰিতো ফাৰ্ষ্ট ডিভিজন......

ঃ হ'ব হ'ব, গুণ বখানিব নালাগে। কিমান পণ্ডিত মই পঢ়ুৱালেই জানিম নহয়..... শ্যেলীৰ কবিতা পঢ়িছা?

ডলিয়ে টপৰাই ক'লে— 'বহুত পঢ়িছোঁ।'

'কি? বহুত পঢ়িছা? কোৱাচোন শ্যেলীৰ প্ৰথম যৌন অভিজ্ঞতাৰ পিছত কোনটো কবিতা লিখিছিল?

হে ভগবান' ৰেণুকাই অস্ফুট স্বৰেৰে উচ্চাৰণ কৰিলে। ডলিৰ পিতৃৰ কাণ-মুখ ৰঙা পৰিল। ডলি নিৰ্বিকাৰচিত্তে থাকিল।

—হেঃ হেঃ, নোৱাৰা..... ক'ৰ পৰা পাৰিবা। ইপিনে বহুত পঢ়িছোঁ..... বুলি গৌৰকিশোৰে সোৎকৈ নাকটো পৰিষ্কাৰ কৰি পিন্ধি থকা লেতেৰা পায়জামাটোত হাতখন মচি থ'লে।

ঃ যোৱা-যোৱা, ৰৈ থাকিব নালাগে। 'সোমবাৰ আৰু শুকুৰবাৰে আবেলি চাৰে পাঁচটাৰ পৰা সাতটালৈ ক্লাছ। মই নিয়মৰ ইফাল-সিফাল নকৰোঁ। তুমি কৰিলেও নচলিব।

আবেলি নকৰি পুৱা কৰিব নোৱাৰিনে? —ডলিয়ে ভয়ে ভয়ে সুধিলে।

ঃ কিয়? বয়ফ্ৰেণ্ডৰ লগত টহল দিবা?

ঃ নহয় মই মানে টেনিছ প্ৰেক্‌টিছত যাওঁ.....

ঃ কি হ'বা তুমি? ষ্টেফি গ্ৰাফ? নে মণিকা ছেলেচ? তেতিয়াহ'লে মই নপঢ়াওঁ।

ঃ নহয় মিঃ ভট্টাচাৰ্য, এই টেনিছ প্ৰেক্‌টিছলৈ নাযায় সেই কেইদিন। ডলি, নকব কিয়?

—মাকে ধমক দিয়ে তাইক। ডলিয়ে বিষণ্ণ বদনেৰে ক'লে— হয়, মই আপুনি কোৱামতেই পঢ়িবলৈ আহিম।

ঃ ঠিক আছে। কাইলৈ সোমবাৰ। কাইলৈৰ পৰা আৰম্ভ কৰিম তোমাৰ ক্লাছ। এতিয়া দয়া কৰি আপোনালোকে বিদায় ল'বনে?

ডলিৰ পিতৃ-মাতৃয়ে নমস্কাৰ দি তৎক্ষণাৎ বিদায় ল'লে। যাওঁতে ৰেণুকাই ভোৰ-ভোৰাই কৈ গ'ল। 'জীৱনত ইমান অভদ্ৰ আৰু অসভ্য মানুহ লগ পোৱা নাই। ছিঃ, কি নিৰ্লজ, লেতেৰা, লোভী-পাষণ্ড.....'

ঃ কিন্তু উপায় যে নাই। গৌৰকিশোৰ ভট্টাচাৰ্যৰ ওচৰত লাঞ্ছনা-গঞ্জনা সহিও ক্লাছ ল'বলৈ দূৰ-দূৰণিৰ পৰা ল'ৰা-ছোৱালী আহে। তেওঁৰ চৰিত্ৰৰ সকলো দোষ মৰিষণ হৈ যায়, যেতিয়া তেওঁৰ ছাত্ৰ-ছাত্ৰীবোৰে মূধা-ফুটা ৰিজাল্ট কৰে। উপায় নাই। ডলি যদি অলপো ভাল হ'লহেঁতেন মই এওঁৰ ওচৰলৈ এইদৰে অপমানিত হ'বলৈ নাহোঁ।'

তৎক্ষণাৎ পৰিবেশটো বেলেগ হৈ গ'ল। ডলিয়ে বিৰক্তিত চকু কোঁচালে। ৰেণুকা মনে মনে থাকিল। গোটেই বাটটো কাৰো মুখত কথা নোলাল।

এটা নহয় দুটাকৈ কেলেংকাৰিত জড়িত হৈ কুমুদ শৰ্মা আৰু ৰেণুকাৰ একমাত্ৰ দুহিতা ডলিয়ে তেওঁলোকৰ মুখত ছাই সানি থৈছে। প্ৰথমবাৰ দুদিন উধাও হৈছিল কোনোবা এয়াৰফৰ্চৰ টেনিছ পাৰ্টনাৰ এটাৰ লগত। সেয়া শাম কাটোঁতেই পদ্মিনী

নামৰ পঞ্চ তাৰকাযুক্ত হোটেলৰ মেনেজাৰ হৈ পাঞ্জাবী ডেকা ল'ৰাটোৰ সৈতে হোটেলৰ চুইটত গোপনে কেবা ঘণ্টাও অতিবাহিত কৰাৰ অপৰাধত ডলি ধৰা পৰিছিল আৰু ল'ৰাটোৰো চাকৰি গৈছিল। ডলি অতি মেধাৱী ছাত্ৰী আছিল। কিন্তু কিছুদিনৰ পৰা ডলি ভাবিব নোৱৰা ধৰণে পঢ়াত বেয়া হৈছে। কুমুদ শৰ্মাৰ মাজু পুতেকেও এনেকুৱাই দুই-এটা কাণ্ড নকৰা নহয়। কিন্তু ল'ৰা মানুহৰ কথা আৰু ছোৱালী মানুহৰ কথা বেলেগ। কুমুদ শৰ্মাৰ বন্ধু ডাক্তৰ অশ্বিনী দত্তই পৰহি এটা উপদেশ দিলে। 'ডলিক গৌৰকিশোৰৰ হাতত দিয়া। চিধা হৈ যাব। মোৰ ল'ৰা চিধা হৈ গ'ল। সি আজি পুনে ইউনিভাৰচিটিৰ লেক্‌চাৰাৰ। অথচ এটা সময়ত মোৰ ল'ৰা জন্ম হৈ নমৰিল কিয় বুলি মই আফ্‌ছোছ্ কৰিছিলো। সকলো গৌৰকিশোৰৰ যাদু। যিমান বদ্-মেজাজী নহওক কিয়, গৌৰকিশোৰে ঠিক বাটলৈ সকলোকে লৈ আহে। তেওঁৰ অদ্ভুত খণ্ডাল, ৰহস্যময় চৰিত্ৰটোৰ বাবেই আচলতে ল'ৰা-ছোৱালীবোৰ ভাল হৈ যায়। তেওঁ সাধাৰণতে টিউচন সকলোৰে নলয়। ল'লৈই তোমাৰ ভাগ্য জানিবা.....' কুমুদ শৰ্মাই গাড়ীৰ ভিতৰত অশ্বিনী বৰুৱাই কোৱা গোটেই কথাখিনি পাগুলি গ'ল। বহুপৰৰ মূৰত তেওঁ ক'লে, 'তোমাৰ ছোৱালীক গৌৰকিশোৰে পঢাবলৈ গাত লৈছে। সেয়াই ভাগ্য বুলি জানিবা। মানুহটো বদ্-মেজাজী, কিন্তু তথাপিও দেখোন প্ৰত্যেক অভিভাৱকৰ শ্ৰদ্ধা আছে মানুহটোলৈ। অন্ততঃ এটা কথাত নিশ্চিন্ত, এই আদবুঢ়া, লেতেৰা, আপচু মানুহটোৰ সৈতে মোৰ ছোৱালীয়ে তুৰি-মুৰি কৰিব নোৱাৰে। ডলিয়ে ক্ৰোধত চিঞৰি উঠিল 'মোক অলপ শান্তিত থাকিবলৈ দিবানে তোমালোকে?'

তিনিটা মাহ পাৰ হৈ গ'ল। ডলিয়ে গৌৰকিশোৰৰ চকুলৈ অলপ অলপকৈ চাবলৈ সাহস কৰা হৈছে। ডলিৰ সৈতে অংকুৰ চৌধুৰী নামৰ সুন্দৰ চেহেৰাৰ নিমাখিত ল'ৰা এটায়ো ক্লাছ লয়। গৌৰকিশোৰে লক্ষ্য কৰিছে, কিছুদিন ধৰি ডলি আৰু অংকুৰৰ দৃষ্টি বিনিময়, ঠাট্টা-মস্কৰা বাঢ়ি গৈছে। এদিন হঠাতে গৌৰকিশোৰে ক'লে— 'অংকুৰ তোমাৰ সময়টো সলনি কৰিম। তুমি মঙলবাৰ আৰু শনিবাৰে পুৱা আহিবা।'

ডলি মনে মনে থাকিব নোৱাৰিলে। 'কিয়? কিয়?' হঠাতে তাই প্ৰশ্ন কৰি পেলালে।

ঃ কি হ'ল? সি মুখেৰে মতা নাই, তোমাৰ গাৰ পোৰণি উঠিল কিয়?— গৌৰকিশোৰে ৰঙা চকু দেখুৱাই সুধিলে।

ঃ মই চব জানো, আপুনি আচলতে অতি নীচ মনৰ মানুহ।

আজিলৈকে গৌৰকিশোৰক এইদৰে ক'বলৈ কোনেও সাহস কৰা নাছিল। ডলিৰ মুখলৈ চাই তেওঁ কিছুপৰ হতভম্ব হৈ ৰৈ থাকিল। অংকুৰৰ ওঁঠ দুখন মেল খাই গ'ল।

গৌৰকিশোৰে ৰুদ্ৰমূৰ্তি ধাৰণ কৰিলে। আৰু চিঞৰি চিঞৰি ক'লে ঃ 'তোমাৰ কাণ্ড-কীৰ্তি মই নাজানো বুলি ভাবিছা নেকি? এনেয়ে বুকু আৰু উৰু উলিয়াই ইয়াত পঢ়িবলৈ আহানে? মতা ল'ৰামখাক জ্বলাবলৈ আহা?'

ঃ আপুনিও জ্বলিছে নেকি? মই ভালেই পাওঁ কাইলৈৰ পৰা নাহোঁ আৰু। ডলিয়ে শান্তভাৱে ক'লে।

ডলিৰ নিৰুদ্বেগ উদ্ধত উত্তৰ শুনি গৌৰকিশোৰ বজ্ৰ পৰা মানুহৰ দৰে হ'ল। কিন্তু তাৰ পাছতে তেওঁ খঙত ফাটি পৰিল।

ঃ নাহি পাৰিবি? বাপেৰক চিনি পোৱা নাই। এই গৌৰকিশোৰে এবাৰ হাতত লোৱা ল'ৰা-ছোৱালী নিজে নেৰিলে কোনোবা যাব পাৰিছেনে সুধি চাবি। খঙত গৌৰকিশোৰৰ দাড়ি নুখুৰুৱা মুখখন আৰু বিকৃত হ'ল। চুলি নোহোৱা কপালখনত চাৰিডালমান একেলগে আঁচ পৰিল। খঙতে পঢ়াৰ টেবুলৰ পৰা উঠি গৈ তেওঁ বাৰাণ্ডালৈ ওলাই গ'ল।

অসভ্য বুঢ়া! প্ৰেম কি বস্তু বুজি পালেহে! জীৱনত বিয়া-বাৰু নকৰিলেই, আৰু কৰিব বা কেনেকৈ? কোনে বিয়া কৰাব? কৰাইচ এটা, টকা এসোপা গোটাই ষ্টেণ্ডাৰ্ডলেছ জীৱন এটা কটোৱাৰ বাদে কি শিকিলে? চোকা হ'ল বুলিয়ে সাতখুন মাফ হ'বনে?

কলেজত এই মানুহটোক পঢ়াবলৈ দিলে কেনেকৈ সেয়াই মই আচৰিত! মই প্ৰিন্সিপাল হোৱা হ'লে কলেজৰ পৰা বাহিৰ কৰি দিলোহেঁতেন.....

ডলিয়ে লাওপাত-কচুপাত মুখখন জোঁকাৰি অংগী-ভংগী কৰি বাৰাণ্ডালৈ ওলাই যোৱা গৌৰকিশোৰলৈ চাই কথাষাৰ নিৰ্ভয়ে কৈ থাকিল।

ঃ ডলি প্লীজ মনে মনে থাকা, বাৰাণ্ডাৰ পৰা তেওঁ তোমাৰ সকলো কথা শুনি আছে নিশ্চয়। তুমি পঢ়া এৰিলেও এৰিবা, মই নোৱাৰোঁ। মোক এই ছাৰৰ ওচৰৰ পৰা গুচি যোৱা বুলি গম পালে ঘৰত শুদাই নেৰে। —অংকুৰে সভয়ে ফিচ্‌ফিচালে।

ঃ তুমি এটা কাৱাৰ্ড। তোমাৰ একো নাই! ইডিয়ট! মই তেওঁক শুনাবলৈহে এনেকৈ কৈছোঁ......

ডলিয়ে শেষ কৰিবলৈ নাপালে, গৌৰকিশোৰ সোমাই আহিল গম্ভীৰ খোজেৰে। আচৰিত ধৰণে শান্ত গৌৰকিশোৰ। ডলিয়ে অধীৰ আগ্ৰহেৰে শুনিবলৈ বাট চাই ৰ'ল— 'গেট্ আউট ফ্ৰম মাই ক্লাছ, আই ডণ্ট ৱাণ্ট টু চি ইয়ৰ ফেচ্ এনি ম'ৰ......' জাতীয় বাক্য এষাৰি। এই বাক্যশাৰীৰ বাবেই ডলি অপেক্ষাৰত। তাই প্ৰতিশোধ ল'ব, মাক-দেউতাকৰ ওপৰত, গোটেই সমাজখনৰ ওপৰত। যিবোৰে তাইক নিজৰ ইচ্ছাত জীয়াই থাকিবলৈ দিয়া নাই। গৌৰকিশোৰে সেইবোৰ একো নকৰিলে, তাৰ

পৰিৱৰ্তে— তেওঁ এখন কিতাপ টান মাৰি আনি পঢ়িবলৈ ধৰিলে, .......I would love you ten years before the flood......... তুমি ইচ্ছা কৰিলে প্ৰত্যাখ্যান কৰি যোৱা মোৰ প্ৰেম-ভালপোৱা, কিন্তু মই তোমাক মহাপ্ৰলয়ৰ দহবছৰ আগৰেপৰাই ভাল পাই আহিছোঁ..... ডলিয়ে অপলক নেত্ৰেৰে গৌৰকিশোৰলৈ চাই থাকিল। এই অভদ্ৰ মানুহজনে যেতিয়া ছেক্সপীয়েৰ পঢ়ুৱায়, মাৰভেলৰ প্ৰেমৰ উক্তি দিয়ে, কীটছ, শ্যেলীৰ কবিতা আবৃত্তি কৰে, কোনো মানুহৰ সাধ্য নাই তেওঁ স্বৰূপ বুজাৰ। অসাধাৰণ বাগ্মিতাৰে, অতি আন্তৰিকতাৰে তেওঁ পঢ়ুৱাই যায়। অলপ আগতে ডলিয়ে খঙেৰে কোৱা কথাবোৰ তেওঁ নিশ্চয় শুনিছে, অথচ কোনো ভাবান্তৰ নাই। আচলতে অভাৱনীয় কাণ্ড এটা কৰি এই সুযোগতে টিউচনটোৰপৰা হাত সাৰিব পাৰিলেই তাই বাচিব বুলি ভাবিছিল। ইমান পঢ়া তাইৰ সহ্য নহয়। জীৱনৰ আচল সময় গুচি যাব এতিয়া এইদৰে। এই হেমন্তৰ সন্ধিয়াবোৰ, এই কিতাপৰ গুদামঘৰটোতে শেষ হৈ যাব এতিয়া। দিনবোৰো আজিকালি তাইৰ বাবে একোটা অভিশাপ হৈ আহে। গৌৰকিশোৰে বোজাই বোজাই দিয়া হ'মৱৰ্ক কৰোঁতেই ধাতু যায়। মাক-দেউতাক আগতকৈও বহুত কাঠোৰ। বিনা অনুমতিত ক'লৈকো যাব নোৱাৰে। কি এক অসহ্য বিড়ম্বনা! কিন্তু এই মানুহটোৱে দেখোন তাইৰ গালিবোৰ গিলি থোৱাদি থ'লে। নে নুশুনিলেই?

........How many stars in your bowl?
How many Shadowa in your soul?
Only mine, love mine?........ গৌৰকিশোৰে আপোনমনে লৰেঞ্চৰ কবিতা পঢ়াই গৈছে। হঠাতে ডলিলৈ নোচোৱাকৈ অন্যান্য ছাত্ৰ-ছাত্ৰীলৈ চাই গৌৰকিশোৰে ক'লে—'ডি,এইচ. লৰেঞ্চে তোমালোকৰ দৰে যুৱক-যুৱতীলৈ অসংখ্য কবিতা এৰি থৈ গৈছে। পিছে আজিকালিৰ ল'ৰা-ছোৱালীয়ে এইবোৰৰ মৰ্ম কি বুজিব! দেহ-সৰ্বস্ব প্ৰেমহে তোমালোকে জানা! য'ত মানে অৰুচি বদহজমৰ প্ৰেমালাপ, ছিঃ।'

ডলিয়ে বুজিলে এই ঘৃণাৰ অংশীদাৰ তায়ো। গৌৰকিশোৰে সুবিধা পালেই তাইৰ প্ৰতি অসহিষ্ণুতা এইদৰে প্ৰকাশ কৰে। ডলিৰ ক্ৰোধত সৰ্বশৰীৰ জ্বলে, এটা লেতেৰা, তাই চকু পাৰি দেখিব নোৱৰা মানুহে তাইক চাব নোখোজে, ইয়াতকৈ অপমানজনক কথা কি হ'ব পাৰে? যি ডলি চহৰখনৰ চৰ্চাৰ বিষয়, ডলিৰ একমুহূৰ্ত সান্নিধ্যৰ বাবে বহু ডেকা ল'ৰাই ব্যাকুলভাৱে প্ৰতীক্ষা কৰে ; তেনেস্থলত গৌৰকিশোৰ ভট্টাচাৰ্যৰ দৰে পঞ্চলিছ বছৰীয়া অবিবাহিত কুৎসিত মানুহ এটাই তাইক ঘৃণা কৰে!

ডলি বলিয়া হৈ যোৱাৰ উপক্ৰম হ'ল, কথাখিনি ভাবি। গৌৰকিশোৰে তাইক ইমান দেখিব নোৱাৰে যে পঢ়াওঁতেও তাইৰ সহপাঠী চাৰিটা ল'ৰা-ছোৱালীৰ ফালে চাইহে পঢ়ায়। ডলিয়ে সংকল্প ল'লে, ইয়াৰ পোটক তাই তুলিবই তুলিব।

দুদিনমানৰ পিছত দেখা গ'ল, গৌৰকিশোৰৰ ঘৰলৈ যোৱা ৰাস্তাত দুখন প'ষ্টাৰ। গৌৰকিশোৰৰ ছাত্ৰীসকলৰ সৈতে থকা সম্পৰ্কৰ সন্দেহজনক উক্তি আৰু গৌৰকিশোৰৰ দুশ্চৰিত্ৰৰ কথা তাত প্ৰকাশ পালে। এজন ছাত্ৰই খঙতে সেইবোৰ ফালিবলৈ গৈছিল, গৌৰকিশোৰে ক'লে—'খবৰদাৰ, প'ষ্টাৰবোৰ থাকিবলৈ দিয়া। মোক লৈ কোনেও ইমান গুৰুত্ব আগতে প্ৰকাশ কৰা নাছিল। মই বৰ ভাল পাইছোঁ,অন্ততঃ মোৰ দামো আছে এই চহৰত।' ডলি মন্তব্যটো শুনি হতাশ হ'ল। তাই অন্য পন্থা ল'লে এইবাৰ। গৌৰকিশোৰ কিমান অসৎ আৰু লম্পট, সেই কথা তাই ৰটনা ৰটিবলৈ ল'লে। ইয়াৰ বাবে তাই নিজৰ শৰীৰৰ কিছুমান বিশেষ অংগৰ স্পৰ্শানুভূতিৰ বাবে গৌৰকিশোৰে কি ফান্দ্ পাতিছিল ; এই বিষয়েও মুখৰোচক বিশ্বাসযোগ্য কল্পকাহিনী তৈয়াৰ কৰি বন্ধুমহলত বিতৰণ কৰিবলৈ তাই কুণ্ঠাবোধ নকৰিলে। বহুতেই এইবোৰ শুনি কলেজত গৌৰকিশোৰলৈ আঙুলিয়াই ফিচ্‌ফিচালে—'ই বুঢ়া কম নহয়। বিয়া নকৰালে কি হ'ব, টিউচনত ছোৱালীলৈ হাত মেলে।'

* * *

গৌৰকিশোৰৰ এটা আচৰিত পৰিবৰ্তন লাহে লাহে প্ৰত্যেকে লক্ষ্য কৰিবলৈ ল'লে। গৌৰকিশোৰ নিজক লৈ সচেতন হোৱাটো ছাত্ৰ-ছাত্ৰীবোৰৰ লগতে কলেজৰ কলিগবোৰেও লক্ষ্য কৰিলে। তেওঁৰ মাত-কথাবোৰ কোমল হ'ল, ব্যৱহাৰ মাৰ্জিত হ'বলৈ ল'লে। সকলোতকৈ ডাঙৰ কথা, গৌৰকিশোৰে হাঁহিলে কিমান সুন্দৰ দেখি সেই কথা প্ৰথমবাৰৰ বাবে কলেজৰ ষ্টাফৰুমতো চৰ্চা হ'বলৈ ধৰিলে।

গৌৰকিশোৰে থকা ঘৰটো মেৰামতি কৰিলে। গ্লাছৰ দুৱাৰ-খিৰিকিৰে বাৰাণ্ডাখন অলপ আগুৱাই দি এটা ধুনীয়া ড্ৰয়িংৰুম কৰিলে। টিউচন ৰুমটোত বগা পৰ্দা দিলে। মছকুইট'-প্ৰুফ কৰিলে। গৌৰকিশোৰে এদিন দাড়ি নুখুৰালে থাকিব নোৱাৰা হ'ল। যি গৌৰকিশোৰে কাষত বহি পঢ়ালে ছাত্ৰ-ছাত্ৰীয়ে নাকত সোপা দি থাকিব লগা অৱস্থা হয়, সেই গৌৰকিশোৰ আজিকালি ড্ৰয়িংৰুমৰপৰা ওলাই গ'লেও তেওঁৰ দেহৰ পৰা নিৰ্গত বিলাতী সুবাস ড্ৰয়িংৰুমত স্থায়ীভাৱে থাকি যোৱা হ'ল। গৌৰকিশোৰে যে নিজৰ দেহৰহে যত্ন লোৱা হ'ল এনে নহয়, তেওঁ থকা ঘৰটোও আটোম-টোকাৰিকৈ সজালে। অতি উৎসাহেৰে তেওঁ ছাত্ৰ-ছাত্ৰীবোৰৰপৰা এই সম্পৰ্কে উপদেশ লয়। চৌখিন হ'ব পৰা কিতাপ আলোচনীৰে ঘৰটো ঠাহ খাই পৰিল। এটা বছৰৰ ভিতৰত গৌৰকিশোৰৰ আমূল পৰিবৰ্তন ঘটিল। গৌৰকিশোৰৰ আকস্মিক পৰিবৰ্তনৰ কথা নানা ধৰণে চৰ্চা হ'বলৈ ধৰিলে। ইয়াৰ লগে লগে তেওঁ হৈ পৰিল ছাত্ৰ-ছাত্ৰীৰ,

অভিভাৱক সকলোৰে প্ৰিয়পাত্ৰ। আজিকালি গৌৰকিশোৰে ছাত্ৰ-ছাত্ৰী আৰু সহকৰ্মী নাৰীসকলৰ সৈতেও ফূৰ্তি-তামাছা কৰে। একমাত্ৰ উদাসীন ডলিৰ ক্ষেত্ৰত। ডলি নিয়মিতভাৱে টিউচনলৈ আহিলেও গৌৰিকিশোৰে ডলিৰ সৈতে দূৰত্ব ৰাখে।

বি. এ. ফাইনেল পৰীক্ষালৈ তিনিমাহ মাত্ৰ বাকী থাকোঁতে ডলি হঠাতে গৌৰকিশোৰৰ ঘৰলৈ ক্লাছ ল'বলৈ নহা হ'ল। সেয়াই নহয়, আনকি ডলি কলেজলৈও নোযোৱা হ'ল। অভিভাৱকে আহি গৌৰকিশোৰক ক'লেহি— ডলিৰ কি অসুখ হৈছে কোনেও ধৰিব পৰা নাই। খোৱাত অৰুচি, সকলো সময়তে মন মাৰি থাকে, ঘৰৰপৰা নোলায়।

পৰীক্ষালৈ মাত্ৰ দুমাহ বাকী। এদিন হঠাতে আবেলি ডলি আহিল মাকৰ সৈতে। সকলোৱে দেখিলে, ডলিৰ শৰীৰ প্ৰায় অস্থিচৰ্মসাৰ। চকুৰ গুৰিবোৰ ছাই সনাৰ দৰে ক'লা। দীৰ্ঘদিন অনিদ্ৰাৰ চিন তাত সুস্পষ্ট। চুলিবোৰ যত্নবিহীন, শুকান। ডলিৰ জ্যোতিহীন দেহাটো আৱৰি আছে এযোৰ দগ্‌ধা খদ্দৰৰ ম্লান ৰঙৰ ছেলোৱাৰ-কুৰ্তাই। বাৰাণ্ডাত উঠিয়ে ডলিয়ে গৌৰকিশোৰলৈ তীক্ষ্ণ দৃষ্টিৰে কিছুপৰ চাই থাকিল। তাৰ পাছত লাহে লাহে ক'লে— 'মোৰ কিছু কিতাপ-বহী আপোনাৰ ওচৰত আছে। লৈ যাওঁ।'

ঃ তুমি ক্লাছলৈ অহা নাই কিয়?—গৌৰকিশোৰে শান্তভাৱে সুধিলে।

ঃ মই ক্লাছলৈ নহা বাবে আপোনাৰ কি লোকচান হৈছে? পইচা মই লৈ আহিছোঁ এইমাহৰ।

ঃ লোকচান মোৰ হোৱা নাই, তোমাৰ হৈছে।

ঃ মোৰ? মই পঢ়া-শুনাৰ ইতি পেলালো। আৰু কোনোদিনে মই নপঢ়ো, কলেজলৈও নাযাওঁ। কাৰো শক্তি নাই মোক পঢ়িবলৈ পঠিয়াবলৈ।

গৌৰকিশোৰে একো নামাতিলে। ডলিৰ মাকে অসহায় দৃষ্টিৰে গৌৰকিশোৰৰ মুখলৈ চাই থাকিল। গৌৰকিশোৰ ভিতৰলৈ উঠি গৈ হাতত কেইখনমান বহী আৰু এখন কিতাপ লৈ ওলাই আহিল। ডলিয়ে দেখিলে, কিতাপ-বহীকেইটাত সুন্দৰকৈ নতুন ক'ভাৰ লগোৱা হৈছে। গোটা গোটা আখৰেৰে তাৰ ওপৰত ডলিৰ নাম লেখা আছে। তাই চিনি পালে গৌৰকিশোৰৰ হাতৰ আখৰকেইটা।

ঃ তুমি যদি নপঢ়াই এইবোৰ নিবলৈ আহিলা কিয়, ডলি?- গৌৰকিশোৰে ডলিৰ হাতত কিতাপ-বহীখিনি দি মৰমেৰে সুধিলে।

হঠাতে ডলিয়ে হুকহুকাই কান্দি দিলে। পৰিস্থিতিটো অস্বস্তিকৰ হৈ উঠিল। পঢ়ি থকা ছাত্ৰ-ছাত্ৰীবোৰে লেখিবলৈ এৰি, খিৰিকীৰে ডলিৰ ফালে চাই ৰ'ল। গৌৰকিশোৰে আড়ম্ভভাৱে সোঁহাতখন ডলিৰ মূৰলৈ নি চুলিত আলফুলে হাত ফুৰাই ক'লে— ডলি, তোমাৰ কি হৈছে? তুমি ইমান মেধাৱী, ইমান ভাল ছোৱালী, তুমি

এইবোৰ কি বলিয়ালি কৰিছা? তোমাৰ ওপৰত মোৰ কিমান আশা......... তুমি এনেকুৱা কৰিলে মই বৰ দুখ পাম।'

হঠাতে যেন বিস্ফোৰণ ঘটিল। ডলিয়ে কান্দিবলৈ এৰি স্থিৰদৃষ্টিৰে গৌৰকিশোৰৰ দীৰ্ঘাঙ্গ দেহটো দুবাৰমান মূৰৰপৰা ভৰিলৈ পৰ্যবেক্ষণ কৰিলে। ডলিৰ কান্দি উখহি যোৱা ধুনীয়া চকুহালৰ সেই তীব্ৰ দৃষ্টি গৌৰকিশোৰৰ বাবেও অসহ্যকৰ হৈ উঠাত তেওঁ অন্যফালে মূৰ ঘূৰালে।

ঃ এই কথাখিনি ইমানদিনৈ নকৈ মোৰ সৈতে দুৰ্ব্যৱহাৰ কিয় কৰিছিল?

ডলিৰ প্ৰশ্নত থত-মত খাই গৌৰকিশোৰে ক'লে— 'দুব্যৱহাৰ? মই তোমাক দুৰ্ব্যৱহাৰ কৰিছিলো, ডলি? ভাবাচোন, টিউচনৰ ক্লাছত তোমাৰপৰা জীৱনত নোপোৱা তিৰস্কাৰ মই পাইও তোমাক পঢ়ুৱাই আছোঁ এতিয়াও, এয়া মোৰ তোমাৰ প্ৰতি দুৰ্ব্যৱহাৰ নেকি? তুমি কথাই কথাই, বুঢ়া, কৰাইচ, লেতেৰা ইত্যাদি মন্তব্য সমনীয়াৰ আগত মোৰ পিছফালে যেতিয়া কৰা, সেয়া মই নুশুনো বুলি ভাবা নেকি? ইয়াতো ক্ষান্ত নহৈ তুমি মোৰ বদ্‌নাম ৰটি ফুৰিলা কলেজত, গোটেই চহৰখনত, মই জনাত মোৰ ঘৰলৈ যাতে টিউচন ল'বলৈ কোনো নাহে সেই ব্যৱস্থা কৰিবলৈ তুমিয়েই তোমালোকৰ ড্ৰাইভাৰক টকা দি মোৰ ঘৰৰ আগত অশ্লীল প'ষ্টাৰ লগাইছিলা। মোৰ চৰিত্ৰহনন কৰি— ইমানবোৰ জানি-শুনিও তোমাক মই পঢ়ুৱাবলৈ এৰা নাই। অথচ তুচ্ছ কথাতে কত ছাত্ৰ-ছাত্ৰীয়ে মোৰ টিউচন এৰিব লগা হৈছে। এতিয়া তোমাৰ প্ৰতি মোৰ কোনখিনিত দুৰ্ব্যৱহাৰ দেখিলা? কথাবোৰ শুনি এইবাৰ ডলিৰ মাকে ৰণচণ্ডী মূৰ্তি ধাৰণ কৰিলে। তেওঁ আগ-পাছ নুশুনি,আভিজাত্য এৰি থাপ মাৰি ডলিৰ পনি টেইন বন্ধা চুলিকোছাত ধৰি চিঞৰি উঠিল— উস্, এই ছোৱালীজনীয়ে জীয়াই জীয়াই আমাক পুৰিও শান্তি পোৱা নাই।' হঠাৎ এই নাভূত-নাশ্ৰুত কাণ্ড দেখি টিউচন কৰি থকা ল'ৰা-ছোৱালীবোৰ কিছুসময়ৰ বাবে হতভম্ব হৈ পৰিছিল যদিও তৎক্ষণাৎ দুজনীমান ডলিৰ সমবয়সৰ ছোৱালীয়ে ডলিৰ মাকক ক্ষান্ত কৰি চকী এখনত হেঁচা মাৰি বহুৱাই দিলেহি।

ডলিৰ চকুযোৰ চল্‌চলীয়া হ'ল— তাই শোকাৰ্ত হৈ থোকাথুকি মাতেৰে গৌৰকিশোৰক ক'লে— ইমানৰ পিছতো আপুনি মোক পঢ়ুৱাই সহানুভূতি দেখুৱাই মহান হ'বলৈ গ'ল নেকি? মই নপঢ়োঁ— পঢ়িবলৈ মোৰ অলপো ইচ্ছা নাই।

ঃ কি কৰিবা তুমি? জীৱনটো চিনেমাত দেখাৰ দৰে ৰঙীণ বুলি ভাবিছা নেকি? নপঢ়ি কি কৰিবা? কাৰোবাৰ সৈতে প্ৰেম কৰি পলাই যাবা? ঠিক আছে— তেনেকৈয়ে গ'লা তাৰ পাছত? এবছৰমান খুব শৰীৰৰ আনন্দ ল'লা— তাৰ পাছত ল'ৰা-ছোৱালী জন্ম দিলা, তাৰ পাছত লাহে লাহে বুঢ়ী হ'লা, ভাবিছা নেকি সময়বোৰ তোমাৰ এনেকৈয়ে যাব বুলি? তেতিয়া বুজিবা, তোমাৰ মেধাশক্তিৰ কি বিঘিনি ঘটালা।

এইবাৰ গৌৰকিশোৰক কথা ক'বলৈ নিদি ডলিয়ে চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। আপুনি যদি মোৰ ভৱিষ্যৎ লৈ ইমান চিন্তাই কৰে, মোৰ প্ৰতি ইমান অৱহেলা কিয়? কিয় কোনোদিনে মোক একো কথা বুজোৱা নাছিল— সঁচা কথা কওক.......

গৌৰকিশোৰ অলপ বিচলিত হৈ পৰিল এইবাৰ। এইবাৰ তেওঁ ডলিৰ ওচৰ চাপি গ'ল। স্থিৰভাৱে ডলিলৈ কিছুপৰ চাই থাকি তেওঁ শান্তভাৱে কৈ উঠিল— 'সঁচা কথা শুনিবানে?' ডলিয়ে চকুপানীত তিতা চকুযোৰেৰেই গৌৰকিশোৰলৈ চালে।

ঃ তোমাক মই ভাল পাবলৈ লৈছিলো।

খন্তেকতে পৰিবেশটো কঁাহ পৰি জীণ গ'ল। গৌৰকিশোৰে অস্বস্তি অনুভৱ নকৰাকৈ কৈ গ'ল— তোমাৰ জীৱন আৰু যৌৱন সম্পৰ্কে থকা উদ্ধত ধাৰণাই মোক তোমাৰ প্ৰতি প্ৰচণ্ড খঙাল কৰি তুলিছিল। কেবাদিনো তোমাক ক্লাছৰপৰা বাহিৰ কৰি আৰু কোনোদিনে নাহিবলৈ ক'ব খুজিছিলো। তোমাৰ দৰে উদ্ধত, অহংকাৰী আৰু ঈৰ্ষাপৰায়ণ মানুহ মই ছাত্ৰ-ছাত্ৰীৰ মাজত বাদেই, জীৱনত কাকো লগ পোৱা নাছিলো। .....কিন্তু তুমি মোক লেতেৰা, আদবুঢ়া, কৰাইচ...... ইত্যাদি বিশেষণেৰে গালি পাৰিলে তোমাৰ উদ্দেশ্য সিদ্ধি হ'ব বুলি ভাবিছিলা যদিও —মই জীৱনত প্ৰথমবাৰৰ বাবে উপলব্ধি কৰিছিলো যে মোক গুৰুত্ব দিয়া মানুহো আছে। অলপ যত্নতে চহৰখনৰ বহু মানুহে মোৰ বদনাম গাব পৰাকৈ গুৰুত্ব পালো। নাৰী সম্পৰ্কে মোৰ এধানমানো কেতিয়াও কৌতূহল নাছিল। তুমি দিয়া বদনামে প্ৰথম কৌতূহলী কৰিলে। জীৱনত অভিভাৱকত্বৰপৰা বঞ্চিত হৈ ঘাত-প্ৰতিঘাতৰ মাজেৰে ডাঙৰ হৈছিলো। একপ্ৰকাৰে কাকো দেখিব নোৱাৰাই হৈছিলো। তোমাৰ প্ৰতিটো বিদ্বেষৰ আঘাতত নিজকে মই আৱিষ্কাৰ কৰিব পাৰিলো। ডলি! মই ৰূঢ় আচৰণ কৰি নেদেখুৱা হ'লে আজি তুমি তোমাৰ অহংকাৰ থৈ এইদৰে আহিলাহেঁতেননে!'

ডলিয়ে কাকো ভ্ৰূক্ষেপ নকৰি তীব্ৰ আৱেগেৰে গৌৰকিশোৰক সাৱটি ধৰিলে। গৌৰকিশোৰেও ডলিক সাবটি গালে— I would love you ten years before flood....... মই তোমাক মহাপ্ৰলয়ৰ দহবছৰ আগৰেপৰা ভাল পাই আহিছোঁ....... যিদিনা বৰ্ষাৰ এআঁঠু পানীত নামি মোৰ লেতেৰা চেহেৰা আৰু ঘৰটোৰ ফালে চাই তুমি বিদ্ৰূপ আৰু ঘৃণাত এপাহ অহংকাৰী ফুলৰ দৰে বৰষুণত তিতি আছিলা........

ডলি-গৌৰকিশোৰৰ এই উন্মুক্ত প্ৰেমালিঙ্গন বিস্ফোৰিত নেত্ৰেৰে প্ৰত্যক্ষ কৰিলে ডলিৰ মাক আৰু টিউচনলৈ অহা ছাত্ৰ-ছাত্ৰীয়ে। ডলিয়ে এইবাৰ মাকলৈ চাই ক'লে— 'চাওঁ এইবাৰ কাৰ সাধ্য আছে মোক এই টিউচনৰপৰা এৰুৱাই লৈ যোৱাৰ!' মাকে একো উত্তৰ নিদিলে। তেওঁ ভালদৰেই জানে, এই মুহূৰ্তত তেওঁৰ নৈতিক উপদেশ অথবা ক্ৰোধ মূল্যহীন হৈ পৰিছে ডলি আৰু গৌৰকিশোৰৰ আগত। ❑